জয়দেৱকৃত

# গীতগোবিন্দ।

অসমীয়া ভাষায়।

৺ৰামসৰস্বতী-কৰ্ত্তৃক পদবন্ধে নিবন্ধিত।

(অধুনা কামৰূপ প্ৰাক্‌জ্যোতিষপুৰ নিবাসী)

শ্ৰীকালীৰাম দেৱশৰ্ম্মা বৰুৱাকৰ্ত্তৃক সংগৃহীত

ও কামৰূপ গুৱাহাটী হইতে

প্ৰকাশিত।



কলিকাতা,

বাগ্বাজাৰ ৰাজা ৰাজবল্লভ ষ্ট্ৰীট ৮৪ নং নৱ-সাৰস্বত যন্ত্ৰে

শ্ৰীনবকুমাৰ বসু কৰ্ত্তৃক মুদ্ৰিত।

১২৯০ সাল।

# ভুমিকা।

---

এতিয়া তিনিশ বচৰতৰ্কেও বেচি হল "গীত-গোবিন্দ"।কোচবিহাৰৰ পূৰ্ব্ব নৰপতি নৰ-নাৰায়ণৰ মহাৰাজাৰ উৎসাহত পণ্ডিতবৰ অনন্তকন্দলী দেৱে অসমীয়া ভাষাত পদবন্ধে নিবন্ধন কৰে, আৰু শুক্লধ্বজ মহাৰাজাই ইয়াৰে টীকা কৰে।

কোচবিহাৰৰ ৰাজসভাত কবি অনন্ত কন্দলীৰ ৰামসৰস্বতী নাম্* হয়। ৰামসৰস্বতী শ্ৰীশঙ্কৰ দেৱৰ সময়ৰ লোক।

বঙ্গদেশত যেনেকে শ্ৰীচৈতন্যদেৱৰ জ্বলন্ত উদ্যমত হিন্দুধৰ্ম্মৰ বহু পুথি বঙ্গভাষাত বিৰচিত হয়, অসমদেশতো সেই দৰে শ্ৰীশঙ্কৰদেৱৰ অদম্য উগ্ৰ ধৰ্ম্ম ভাৱৰ প্ৰভাৱত বহু পুথি অসমীয়া ভাষাত বিৰচিত হৈ অতি পবিত্ৰ বৈষ্ণৱ-ধৰ্ম্মৰ সোঁত অসমীয়া মানুহৰ মাজত পাৰ ভাঙ্গি বয়।

শ্ৰীচৈতন্যদেৱৰ সময়েই বঙ্গভাষাৰ আদি-কাল। শ্ৰীশঙ্কৰদেৱৰ সময়েই অসমীয়া ভাষাৰ

আদিকাল। বঙ্গভাষাৰ এতিয়া পূৰ্ণাবস্থা। অসমীয়া ভাষা এতিয়াও কেচুৱা। অইন কি, পূৰ্ব্বৰ মহাপুৰুষ বিলাকে যি বিলাক পুথি ৰচি গৈছে, এতিয়া সেই বিলাকেই লোপ পাব লগীয়া হৈছে। আমি সেই দেখি এই পুথি বহু যত্নেৰে সংগ্ৰহ আৰু সংশোধন কৰি ইয়াৰ অভাৱ আতঁৰাবৰ অভিপ্ৰায়ে ছপাবলৈ আগ বাঢ়িলোঁ।

কবিবৰ ৰাম সৰস্বতীএ গীতগোবিন্দৰ মাধুৰ্য্য অসমৰ লোক সমাজত প্ৰচাৰ কৰিবৰ মানসে নিত্য স্মৰণীয় নৰ-নাৰায়ণ মহাৰাজাৰ আশ্ৰয় আৰু উৎসাহত ভাষান্তৰ কৰে, এতিয়া সেই উদ্দেশ সাধন হলেই আমি সাৰ্থক মানিম ইতি।

গুৱাহাটী,
১৬ পৌষ সন ১২৯০ সাল।

শ্ৰীকালীৰাম শৰ্ম্মা।

# ওঁ নমো রাধা-কৃষ্ণাভ্যাং ।

মেঘৈর্ম্মেদুৰমম্বৰং বনভুবঃ শ্যামৈস্তমালদ্রুমৈ-
র্নক্তং ভীৰুৰয়ং ত্বমেব তদিমং ৰাধে গৃহং প্ৰাপয় ।
ইত্থং নন্দনিদেশতশ্চলিতয়োঃ প্রত্যধ্বকুঞ্জদ্রুমং
ৰাধামাধবয়োর্জ্জয়ন্তি যমুনাকূলে ৰহঃ কেলয়ঃ ॥
বাগেদবতা-চৰিতচিত্রিত-চিত্তসদ্মা
পদ্মাবতীচৰণচাৰণ-চক্রবৰ্ত্তী ।
শ্রীবাসুদেৱৰতিকেলিকথাসমেত-
মেতং কৰোতি জয়দেৱকবিঃ প্রবন্ধং ॥
যদি হৰি-স্মৰণে সৰসং মনো
যদি বিলাসকলাসু কুতূহলং ।
মধুৰ-কোমলকান্ত-পদাবলীং
শৃণু তদা জয়দেব-সৰস্বতীং ॥
বাচঃ পল্লবয়ত্যুমাপতিধৰঃ সন্দৰ্ভশুদ্ধিং গিৰাং
জানীতে জয়দেৱ এব শৰণঃ শ্লাঘ্যোত্তুরূহদ্রুতে ।
শৃঙ্গাৰোৎসব-সৎপ্রমেয়বচনৈৰাচার্য্যগোবৰ্দ্ধনঃ
স্পৰ্দ্ধীকোঽপি ন বিশ্রুতঃ শ্রুতিধৰোধূয়ীকবিঃ ক্ষ্মাপতিঃ

প্রলয়-পয়োধিজলে ধৃতবানসি বেদং
বিহিত-বহিত্র চরিত্র মখেদং।
কেশব ধৃতমীনশৰীৰ
জয় জগদীশ হৰে ॥
ক্ষিতিৰতিবিপুলতৰে তব তিষ্ঠতি পৃষ্ঠে
ধৰণিধৰণকিণচক্রগৰিষ্ঠে।
কেশব ধৃতকূর্ম্মশৰীৰ
জয় জগদীশ হৰে ॥
বসতি দশনশিখরে ধরণী তব লগ্না
শশিনি কলেবৰ কলঙ্ক নিমগ্না।
কেশব ধৃতশূকৰৰূপ
জয় জগদীশ হৰে ॥
তব কৰকমলবৰে নখমদ্ভূত শৃঙ্গং
দলিত হিৰণ্যকশিপু-তনুভৃঙ্গং।
কেশব ধৃতনৰহৰি-ৰূপ
জয় জগদীশ হৰে ॥
ছলয়সি বিক্রমণে বলিমদ্ভুত বামন
পদনখনীৰজনিত-জনপাবন।
কেশব ধৃতবামনৰূপ।
জয় জগদীশ হৰে ॥

ক্ষত্ৰিয়-ৰুধিৰময়ে জগদপগতপাপং
স্নপয়সি পয়সি শমিত-ভৱতাপং ।
কেশব কৃতভৃগুপতিৰূপ
জয় জগদীশ হৰে ।।
বিতৰষি দিক্ষু ৰণে দিক্‌পতি-কমনীয়ং
দশমুখমৌলিবলিং ৰমণীয়ং ।
কেশব ধৃতৰামশৰীৰ
জয় জগদীশ হৰে ॥
বহসি বপুষি বিশদে বসনং জলদাভং
হলহতিভীতি-মিলিত-যমুনাভং ।
কেশব ধৃতহলধৰৰূপ
জয় জগদীশ হৰে ॥
নিন্দসি যজ্ঞবিধেৰহহ শ্ৰুতিজাতং
সদয়-হৃদয়-দৰ্শিত-পশুঘাতং ।
কেশব ধৃত-বুদ্ধশৰীৰ
জয় জগদীশ হৰে ॥
ম্লেচ্ছনিবহনিধনে কবয়সি কৰবালং
ধূমকেতুমিব কিমপিকৰবালং ।
কেশব ধৃতকল্কি-শৰীৰ
জয় জগদীশ হৰে ॥

শ্রীজয়দেবকবেৰিদমুদিতমুদাৰং
শৃণু সুখদং শুভদং ভবসাৰং ॥
কেশব ধৃত-দশবিধৰূপ
জয় জগদীশ হৰে ॥
বেদানুদ্ধৰতে জগন্তি জয়তে ভূগোলমুদ্বিভ্রতে
দৈত্যান্দাৰয়তে বলিং ছলয়তে ক্ষত্রক্ষয়ং কুৰ্ব্বতে ।
পৌলস্ত্যং জয়তে হলং কলয়তে কারুণ্যমাতন্বতে
ম্লেচ্ছান্ মূৰ্চ্ছয়তে দশাকৃতিকৃতে কৃষ্ণায় তুভ্যং নমঃ

———

# গীতগোবিন্দ।



## পদ।

নমো নমো নাৰায়ণ, ভৱ-ভয়-বিনাশন ;
ব্ৰহ্মা হৰে চিন্তে যাৰ অৰুণ চৰণ।
প্ৰণামো গোপাল নিৰাকাৰ শিৱকান্ত
গোপীজন-বল্লভ প্ৰণামো লক্ষ্মীকান্ত ॥ ১ ॥
জ্ঞান-চক্ষু দিলাহা সোদৰ ৰূপ-ধৰি
নমো কবিচন্দ্ৰৰ চৰণে আগ-বাঢ়ি।
জয়দেৱ নামে কবি আছিলা পূৰ্ব্বত
গীত-গোবিন্দৰ বিৰচিলা নানা মত ॥ ২ ॥
গোবিন্দৰ ৰাসক্ৰীড়া গোপিকা সহিত
একত্ৰ কৰিয়া ভগৱন্ত সমন্বিত।
দুয়ো কথা নিবন্ধ কৰিবো একে ঠাই
যাঁহাকে স্মৰণে লোক বৈকুণ্ঠক যাই ॥ ৩ ॥

শুনা কথা পৰে ভাল অৰ্থ সমন্বিতি।
পদবন্ধে নিবন্ধিলোঁ ৰাম-সৰস্বতী (১)
পূৰ্ব্বত ৰচিলোঁ পদ অতি অনুপাম।
উদ্যোগৰ আদ্য কথা ভাগৱত নাম ॥ ৪ ॥
ভীষ্ম-পৰ্ব্ব নিবন্ধিলোঁ ভীষ্মৰ নিৰ্যাণ।
পাছে ঘোষযাত্ৰা বনপৰ্ব্ব যাৰ নাম ॥
জয়দেৱ নামে কাব্য বিৰচিলোঁ সাৰ।
শুক্ল-ধ্বজ (২)ৰাজা টীকা কৰিলন্ত যাৰ ॥ ৫
নৰ নাৰায়ণ নন্দ প্ৰতিপ্ৰাণ ভাই।
মহাৰাজা শুক্লধ্বজ যাৰ সম নাই ॥
তাহান টীকাক জিজ্ঞাসিয়ো বুধজনে।
যদি অৰ্থ নোপাৱা নিন্দিবা মোক মনে ॥ ৬
জয়দেৱ আদ্য শ্লোক শুনিয়ো প্ৰৱন্ধে।
ৰাধিকাক আদেশ কৰিলা গৈয়া নন্দে ॥
দেখা ৰাধা আকাশত মেঘেৰ আকাৰ।
তমালতি বৃক্ষে ভূমি দেখি অন্ধকাৰ ॥ ৭ ॥

---

(১) অন্য নাম অনন্ত কন্দলী

(২) অন্য নাম চিলাৰায় কুচবেহাৰেৰ নৰনাৰায়ণ ৰাজ তলতীয়া ভায়েক। বিজলী ৰাজবংশৰ আদি পুৰুষ।

ৰাত্ৰিত স্থতসে আতি ডৰিব কানায় ।
কৃষ্ণক ঘৰক লাগি নিয়ো ৰাধাৰায় ॥
সহজে কৃষ্ণত মন ৰাধিকা সুৰত ।
সিদ্ধি চাই ফুৰন্তে তুৰাৰে পাইলা পথ ॥ ৮॥
ৰাধিকা কৃষ্ণক লৈয়া গৈলা ধীৰে ধীৰে ।
ৰাসক্ৰীড়া আৰম্ভিলা নিকুঞ্জ-মন্দিৰে ॥
কবি মধ্যে লেখি জয়দেৱ নামে সাৰ ।
বাক্যত দেৱতা সৰস্বতী কণ্ঠে যাৰ ॥ ৯ ॥
যাৰ নীজ ভাৰ্য্যা ভৈলা নামে পদ্মাৱতী ।
নানাবিধ বাক্য ৰচনাত চক্ৰবৰ্ত্তি ॥
জয়দেৱে মাধৱৰ স্তুতিক বৰ্ণাৱে ।
পদ্মাৱতী আগত নাচন্ত ভঙ্গি ভাৱে ॥ ১০ ॥
প্ৰথমতে ৰাগযে মাল্লৱ আৰম্ভিলা ।
দশ অৱতাৰক বৰ্ণায় প্ৰণমিলা ॥
কৃষ্ণ সমে ৰাসক্ৰীড়া কৰিলা যি জনে ।
হুয়ো পৰিচয় ৰাধা কোন গোপীগণে ॥ ১১ ॥
ব্ৰহ্মা রুদ্ৰ আদি তাসম্বাত কৰি ।
সততে ভক্তৰ বশ্য দেখাইলন্ত হৰি ॥
এতেকে কৃষ্ণত ভক্তি কৰিবাক মনে ।
লক্ষ্মী আসি ৰাধা-ৰূপে ভৈলন্ত আপোনে ॥১২॥

যাঁৰ ভক্তিভাৱে তুষ্ট ভৈলা দামোদৰ।
ৰাধিকাক ফুৰাইলন্ত কন্ধৰ উপৰ ॥
ৰাধাৰ পৰম ৰতি মাধৱৰ ঠাঁই।
কৃষ্ণ বিনে যাহাৰ দণ্ডেকে যুগ যাই ॥ ১৩
ৰাধিকা কৃষ্ণৰ নাম লন্ত অবিশ্ৰাম।
নিতে নিতে কৃষ্ণয়ো ৰাধাৰ লন্ত নাম ॥
কৃষ্ণ-স্বামী মাগন্ত ৰাধিকা পুটাঞ্জলি।
ৰাধিকা বোলন্ত তুষ্ট হুয়ো বনমালী ॥ ১৪
প্ৰকৃতি পুৰুষ দুয়োৰো নাহি ভিন্ন পৰ।
কাৰ্য্য কাৰণতমাত্ৰ ভিন্ন কলেৱৰ ॥
তিনবিধ গোপীসনে ক্ৰীড়া মাধৱৰ।
তাসম্বাৰ পূৰ্ব্ব কথা শুনা নিৰন্তৰ ॥ ১৫ ॥
একবিধ গোপী তাৰা গোপকন্যা বোলে।
মাধৱৰ ক্ৰীড়া হেতু জন্মিলা গোকুলে ॥
আৰু একবিধ তাৰা গোপকন্যাগণ।
কাত্যায়নী পূজিলা কৃষ্ণক-স্বামী মন ॥ ১৬
তপ কৰিলন্ত কণ্ঠ-মান জলে নামি।
বৰ মাগে আমাৰ হওক কৃষ্ণ-স্বামী ॥
সেহি পুণ্য ফলে তাৰা মাধৱক পাই।
ৰাসক্ৰীড়া আৰম্ভিলা বৃন্দাবনে যাই ॥ ১৭

আৰু বিধ গোপীৰ শুনিয়ো জন্ম কথা।
দণ্ডকাৰ বনে ৰাম সীতা সমে যথা॥
ঋষিগণে শুনি তাঙ্ক চাহিবাক যাই।
বুলিলন্ত ভাগ্যৱতী জানকীক চাই ॥ ১৮ ॥
শুনিয়োক সীতা তুমি কিনো ভাগ্যৱতী।
ত্রিভুবন-মোহন ৰাঘব যাঁৰ পতি ॥
যাঁৰ ৰূপ দেখি কন্দৰ্পৰ কাম্পে গাৱ ।
আচোক নাৰীৰ পুৰুষৰ কামভাৱ ॥ ১৯ ॥
হেন ৰূপ আলিঙ্গি পাসৰা আন চিন্তা।
নাৰীগণ চূড়ামণি ধন্য ধন্য সীতা ॥
পুৰুষৰ ৰূপ মোৰা বিফল জীৱন।
যাক আলিঙ্গন্ত প্ৰভু কমললোচন ॥ ২০ ॥
ৰামচন্দ্ৰে বোলন্ত শুনিয়ো ঋষি-লোক।
নাৰী হুয়া যদি আলঙ্গিবে খোজা মোক ॥
গোকুলত কৃষ্ণ অৱতাৰ হুইবোময়ী।
গোপী হুয়া ভজিবাহা তোৰা ঋষিচয়ী ॥২১॥
সেই ঋষিগণ তাৰা গোপী আসি ভৈলা।
এহে তিনবিধ গোপী কৃষ্ণক ৰমিলা ॥
সৰত-কালত চন্দ্ৰাৱলী ৰাত্ৰি পায়।
দিব্য ৰাসক্ৰীড়া আৰম্ভিলা যদুৰায় ॥ ২২ ॥

বৃন্দাবন ঝক্ মক্ পুষ্পে বিকশিত।
কামঝাণে কামিনীৰ চঞ্চল চৰিত॥
মলয়-পৱন বহে বসন্ত প্ৰকাশ।
ফুলিল মালতি যুতি নিৰ্ম্মল আকাশ॥ ২৩॥
পূৰ্ণচন্দ্ৰ ৰশ্মিদশো দিশ গৌৰবৰ্ণ।
কামভাৱে যুৱতীৰ স্বামী সুসৰণ॥
অশোক চম্পক বক ফুলিলা মন্দাৰ।
নানা পুষ্পে বৃন্দাবন কৰে জাতিস্কাৰ॥ ২৪
বিকশিত বৃন্দাবন দেখি নাৰায়ণে।
বংশিবাদ্য কৰিলেক ক্ৰীড়িবাক মনে॥
শুনিয়োক সভাসদ কৃষ্ণৰ চৰিত।
আত পৰে ধৰ্ম্ম আৰ নাহিক কলিত॥ ২৫
কহে ৰাম সৰস্বতী পৰম দুৰ্নীত।
নিদানত ধৰ্ম্ম নৃপতিৰ পুৰোহিত॥
নাজানি কহিলো কৃষ্ণ কথাক বিস্তৰি।
ব্ৰহ্মা নজানন্ত যাক লক্ষ ভাগ কৰি॥ ২৬॥
কহে ৰাম সৰস্বতী এৰি আন কাম।
নিৰন্তৰে লোকে ডাকি বোলা ৰাম ৰাম॥

---

# ঢুলরী।

জয় নমো ৰাম, গুণে অনুপাম,
মধুৰ মুৰুতি হৰি।
গীত-গোবিন্দৰ, পদমনোহৰ,
বিৰচিলা যত্ন কৰি॥
বোলো মূঢ়মতি, ৰাম সৰস্বতী,
তুমি যে বৰ নাগৰ।
ভক্তি ধনে কিনি, নিয়োক আপুনি,
উদ্ধাৰিয়ো দামোদৰ॥ ২৭॥
বৃন্দাবনে আতি, পূৰ্ণ চন্দ্ৰকান্তি,
বহে মলয়াৰ ধাৰ।
পুষ্পে বিকশিত, কামে জৰ্জ্জৰিত,
তৰুণীৰ দহে গাৱ॥
ৰাত্ৰি কৃষ্ণ যাই, বৃন্দাবনে পাই,
মনত উৎসৱ বৰ।
কদম্বেৰ তলে, বসিয়া বিৰলে,
বংশি বাইলা দামোদৰ॥ ২৮॥
বংশিৰ বাদ্যত, বৃক্ষ শিলা যত,
পানিহুয়া যাই ঝৰি।

যমুনাৰ জলে, ভাটিক নচলে,
বহয় উজান ধৰি ।
পশুপক্ষীগণ, এৰি আন মন,
বংশিয়ে হৰিলা চিত,
উৰ্দ্ধ মুখ কৰি, বন ফল এৰি,
চাপিলা আসি সম্বিত ॥ ২৯ ॥
বংশিবাদ্য শুনি, যতেক গোপিনী,
কামে জৰ্জ্জৰিত চিত ।
শৰীৰ শিহৰে, লোতক নিগৰে,
বংশিৰ শুনিয়া গীত ॥
নীজ নাম ধৰি, ডাকিলন্ত হৰি,
আইস ৰাধা প্ৰাণেশ্বৰী ।
শুনি বসুমতী, পদ্মাৱতী ৰতী,
বৃন্দাবনে ক্ৰীড়া কৰি ॥ ৩০ ॥
নীজ নাম শুনি, আনন্দে গোপিনী,
আসিলেক সেহিমতে ।
কোলাৰ শিশুক, মাটিত পেহ্লাই,
চলি গৈলা লৰ্বৰন্তে ॥
স্বামীৰ কোলাত, আচিলেক কেহো,
শুনিয়া লৰ্বৰ দিলা ।

স্বামী হাক দেই,　　নন্দী বাধই,
ফিৰি কাকো নামাতিলা ॥ ৩১ ॥
ৰন্ধন শালাত,　　আচিলেক কেহো,
নুধুইলেক হাত ভৰি।
ঘুমটীৰ হন্তে,　　গৈলা গৰৱন্তে,
গাৰো বস্ত্র নসম্বৰি ॥
আৰত লুকাই,　　আৰ জনীযাই,
লৱৰন্তে গোপীঝাক,
বোলন্ত সতিনী,　　হুইব এহি জনী,
কৃষ্ণে নামাতিবে মোক ॥ ৩২ ॥
কতো গোপিনীক,　　দুয়াৰ বান্ধিয়া,
স্বামীৰে ৰাখিলে ধৰি।
মনত নৈৰাশে,　　পৰম বিৰহে,
মৰিল কৃষ্ণক স্মৰি ॥
সুৰত আলাপে,　　আছিলেক কেহো,
স্বামীৰ ধৰি কণ্ঠত।
যাইবাক খোজন্তে,　　স্বামীয়ে নেৰন্তে,
নৈৰাশা ভৈলা মনত ॥ ৩৩ ॥
তোৰ অধিকাৰ,　　শৰীৰ আমাৰ,
আছোহোঁ তাহোঁৰ স্থানে।

ইটে সিটে চাই তোলে হাস ।
কৃষ্ণে তাসম্বাৰবুঝি আশ ॥
সবাকে মাতিল্য নাৰায়ণে ।
সখী তোৰা আইলা কি কাৰণে ॥৪০।
গৃহৰ ওলাইলা নাৰীগণ ।
তোৰা পূৰ্ণ কুলবধূজন ॥
কামাতুৰ পুৰুষক ডৰে ।
ৰাত্রি নাৰী নোহ্লাই গৃহৰে ॥ ৪১ ॥
ইতো বনে ৰাক্ষসৰ ভয় ।
তোৰা কেনে আসিলা ওলাই ॥
যদি বাটে ৰসে উপপতি ।
কি কৰিবা তোৰা স্ত্রীজাতি ॥ ৪২ ॥
গৃহে ভৈলা কোন উৎপাত ।
সখী সব কহিয়ো আমাত ॥
কৃষ্ণ যিবা কথাক পুচন্ত ।
গোপীগণে কিচোন মাতন্ত ॥ ৪৩ ॥
লাজে মুখ বসনে ঢাকিলা ।
হেন দেখি মাধৱে মাতিলা ॥
কিবা মোক স্নেহ আছে বৰ ।
দেখিবে আসিলা নিৰন্তৰ ॥ ৪৪ ॥

আমাক দেখিলা ইতো ভালে।
ফিৰি তোৰা যায়োক সকলে ॥
পতি পুত্ৰ আছে বটে চাই।
বিচাৰিবে গৃহত নাপাই ॥ ৪৫ ॥
শুনি গোপী লাজ ভৈলা বৰ।
অধোমুখে নি দিলা উত্তৰ ॥
পুনৰপি মাতিলা মাধৱে।
জানো আসি আছা কামভাবে ॥৪৬॥
উপপতি আশা কৰি মোক।
জানো আসি আছা সখীলোক ॥
ইতো কৰ্ম্ম অযুগত বৰ।
লোক মন্দ বোলে নিৰন্তৰ ॥৪৭॥
অল্প সুখ ক্ষেণেকে চাৰয়।
পৰ লোকে নৰকে পৰয় ॥
গুৰুজনে শুনি বোলে মন্দ।
তোৰা স্বামীগণে কৰে দন্দ ॥৪৮॥
ইহ লোকে পৰ লোকে শোক।
জানি ক্ষমা কৰা সখীলোক ॥
আপোনাৰ স্বস্বামীৰ ঠাঁই।
ইতো কামশান্ত কৰা যাই ॥ ৪৯ ॥

স্বামী যদি কুচিত রুগীয়া ।
নির্ধনী দৰিদ্র আলসিয়া ॥
খোৰা কোঙ্গা হাঙ্গীতে নোৱাৰি ।
তাকো নেৰিবেক নীজনাৰী ॥ ৫০ ॥
স্বামীক মানিবে বিষ্ণু কৰি ।
এহি ধৰ্ম্মে তুষ্ট হন্ত হৰি ॥
ভেবে ঘোৰ নৰক এৰাই ॥
দিব্যৰূপে বৈকুণ্ঠক যাই ॥ ৫১ ॥
বিৰচিলা ৰামসৰস্বতী
ৰামকৃষ্ণ ঘোষিয়ো সম্প্ৰতি,

---

## পদ ।

এহি মতে কৃষ্ণে ধৰ্ম্ম বুঝাইলন্ত যত ।
গোপীত কহিলা সব শাস্ত্ৰৰ সম্মত ॥
কৃষ্ণৰ মুখৰ কথা শুনি গোপী লোকে ।
নৈৰাশ্য দুখত পীড়িলেক আতি শোকে ॥

লোত কৰ ছেদ নাই বসিলা মাটিত ।
অধোমুখে চৰণে লেখয় পৃথিৱীত ॥
কুচৰ কুঙ্কুম লোটে বহয় লোতক ।
সবে গোপী আলচি বুলিলা মাধৱক ॥ ৫৩ ॥
তোমাৰ চৰণ সেৱা কৰিবাৰ আশে ।
কোন ধৰ্ম্ম তেজিয়া আসিলোঁ তজু পাশে ॥
পতিসেবা ধৰ্ম্ম যত কহিলা আপোনি ।
সেই ধৰ্ম্ম তোমাতে সিজোক চক্রপাণি ॥৫৪॥
আৰো গোপী গণে বোলে শুনা নাৰায়ণ ।
পুণ্যবলে আপোনি আসিলোঁ দাসীগণ ॥
তুম্মি যদি নাৰাখা আপোনি কহোঁ সাৰ ।
ফিৰি আমি নিজ ঘৰে ন পশিব আৰ ॥ ৫৫ ॥
তোমাৰ চৰণ লগ্ন তুলসীক পাই ।
খোপাত পিন্ধিয়া ফুৰি ৰোহোঁ গুণ গাই ॥
তোমাৰ চৰণ নিজ ভকতৰ ভাগ ।
লক্ষ্মী যাঁক সেৱা কৰি নাপাৱন্ত লাগ ॥ ৫৬ ॥
ব্রহ্মা হৰে ন পান্ত মাগিয়া পদধূলি ।
কেশ মেলি খোপাত ৰঞ্জিব তুলি তুলি ॥
এহি বোলি গোপীগণে কান্দিলা বিস্তৰ ।
কটাক্ষে সঙ্কোচ মুখ দেখে মাধৱৰ ॥ ৫৭ ॥

তাসম্বাক স্নেহে কৃষ্ণে বুলিলন্ত বাক।
পৰিহাঁস কৰিলোহোঁ নুবুঝিলা তাক ॥
এহি বুলি বসন্ত প্ৰকাশ দিব্য বনে।
গোপিনী সহিতে হৰি পশিলা তেখনে ॥ ৫।
বসন্ত ৰাগৰ শুনা ইমত লক্ষণ।
প্ৰমত্ত পুৰুষ গোটা দেখিতে শোভন ॥
ময়ূৰৰ পুচ্ছে চূড়া বান্ধি মনোহৰ।
পৰিধান বস্ত্ৰ বৃক্ষপল্লব পত্ৰৰ ॥ ৫৯ ॥
সুন্দৰ সুবেশমূৰ্ত্তি গতি মনোৰম।
ইসব লক্ষণে ৰাগ বসন্ত উত্তম ॥
বসন্তেৰ সমে ষড়ঋতুৰ আহ্লাদ।
যুবা বৃদ্ধগণৰ মনত উনমাদ ॥ ৬০ ॥
বসন্তত কোকিলে সঘনে কাঢ়ে ৰাব।
যুবতৰ বসন্তে নিচিনে বাপ মাৰ ॥
নদীত বসন্ত লাগি যোৱাৰিলা পানি।
মৎস্যত বসন্ত লাগি ধৰিলা উজানি ॥ ৬১ ।
সদাগৰে নাজানে নাৱৰ উজান ভাটি।
বৃদ্ধত বসন্ত লাগি হাতে ধৰে লাঠি ॥
মৈৰাত বসন্ত লাগি ধৰিলা পেখান।
যোগীত বসন্ত লাগি ভঙ্গ ভৈলা ধ্যান ॥ ৬২

ৰাধাত বসন্ত লাগি কৰে কৃষ্ণ ৰাৱ।
বসন্ত ৰাগৰ শুনা এমত প্ৰভাৱ ॥
কৃষ্ণৰ গীতক জয়দেৱে নিগদতি।
ৰূপক তালৰ চেৰে নাছে পদ্মাবতী ॥ ৬৩ ॥
নৃত্য আৰম্ভিলা কৃষ্ণে জয়তি সহিতে।
বিৰহীগণৰ প্ৰাণ মনোহৰ গীতে ॥
যিঠাই গায়ক ভৈলা ভ্ৰমৰাৰ গান।
পুষ্পমধু পানহেতু ব্যাকুল পৰাণ ॥ ৬৪ ॥
বকুল পুষ্পৰ বন ঢাকি একাকাৰ।
নাচন্ত মাধৱে প্ৰিয় সাধি গোপিকাৰ ॥
যাৰ গীতে প্ৰবাসীজনৰ ভাৰ্য্যাচয়।
মদনে পিড়ীত হৈয়া কন্দল কৰয় ॥ ৬৫ ॥
ফুলিছে পলাশ পুষ্প ফুলিছে মন্দাৰ।
ফুলিছে বকুল মুকুলিছে আম্ৰ ঝাড় ॥
ডাকিছে কোকিল কন্দৰ্পৰ বাণ প্ৰায়।
যুবতীৰ হিয়া যেন বিদৰিয়া যায় ॥ ৬৬ ॥
কামদেব নৃপতি আপনি বিদ্যমান।
যুবতিৰ বন্ধহেতু জুৰিলন্ত বাণ ॥
চম্পক পুষ্পাত পৰে ভ্ৰমৰা সকলে।
পুৰুষ বসিছে যেন কামিনীৰ কোলে ॥ ৬৭ ॥

কামিনীৰ কামভাৱ দেখি নিৰন্তৰ।
যেন লাজে অধোমুখ সজ্জন লোকৰ ॥
লাজে অধোমুখ ভৈলা মহাজন প্ৰায়।
কামভাৱে কামিনীৰ জৰ্জ্জৰিত কায় ॥ ৬৮ ॥
সহজে ফুলিলে পুষ্প পৰে হালি হালি।
তাহাকে বসন্ত বোলে সমস্ত গোৱালী ॥
কেতকীপুষ্পয় যেন হই কামশৰ।
বিদাৰিলা হিয়া যেন বিৰহিজনৰ ॥ ৬৯ ॥
মাধবী মল্লিকা গন্ধে মণ্ডিত হৃদয়।
মুণিগণ মোহ যায় নাৰীক স্মৰয় ॥
লতা ভৈলা নাৰী বৃক্ষ পুৰুষৰ সঙ্গে।
ধ্যান এৰি মুনি সকলৰ মন ভঙ্গে ॥ ৭০ ॥
যেন কামাতুৰ নাৰী পুৰুষৰ কোলে।
লতা সবে বৃক্ষক ধৰিছে কাম ভোলে ॥
বৃক্ষৰ সঙ্গমে যেন লতা সব সুখী।
কৃষ্ণৰ সঙ্গমে ধন্য নাৰী চন্দ্ৰমুখী ॥ ৭১ ॥
এহেন প্ৰকাৰে উৎসব মধু বনৰ।
সেই বেলা ৰাসক্ৰীড়া গোপী মাধৱৰ ॥
অনেক সতিনী দেখি মাধৱৰ ঠায়।
সখী সমে অন্তৰিয়া গৈলা ৰাধাৰায় ॥ ৭২ ॥

ৰোষ কৰি নিকুঞ্জ বনৰ আৰ ভৈলা ।
সখীক সম্বোধি কথা কহিবাক লৈলা ॥
জয়দেৱে গাৱে গীত মধ্যমান ধৰি ।
ৰাগৰ মালিতা শুনিয়োক ৰাম গিৰি ॥ ৭৩
নিতম্বিনী দিব্য কন্যা সোনাৰ বৰণ ।
পৰিধান অলঙ্কাৰ দেবাঙ্গবসন ॥
নীলবস্ত্ৰ পিন্ধি আতি প্ৰকাশে সুন্দৰী ।
স্বামী যাচিবাক যাইলা চৰণত ধৰি ॥ ৭৪ ॥
যৌবনৰ ভৰে কন্যা কাকো নেদেখয় ।
মোৰ স্বামী হুইবে কোনং পুৰুষ আচয় ॥
ৰূপৰ দৰ্পত কন্যা নাচাৱয় ফিৰি ।
ইসব লক্ষণ ৰাগ বোলি ৰামগিৰি ॥ ৭৫ ॥
কৃষ্ণ বিৰহে ৰাধিকাৰ বৰ দুখ ।
ৰত্নাবলী সখীক বুলিলা চাহি মুখ ॥
ৰত্নাবলী বোলে সখী নকৰিবা ৰোষ ।
কৃষ্ণক চাহন্তে সতিনীত নাই দোষ ॥ ৭৬ ॥
ব্ৰহ্মাদিৰো দুৰ্ল্লভ ইহেন দেহাপায় ।
কৃষ্ণৰ ৰূপত ত্ৰিভুবন-মোহ যায় ॥
ইহেন শৰীৰ পায় হুয়োক সন্তোষ ।
দূৰতে তেজিয়ো সখী সতিনীৰ দোষ ॥৭৭॥

দুৰ্ব্বাদল শ্যাম তনু চন্দনে লেপিত।
পীতবস্ত্ৰ বনমালা আপাদ লম্বিত ॥
ক্ৰীড়াত চলন্তে লৰে দিব্য মণিগণ।
মকৰ কুণ্ডল গণ্ডস্থলে বিতোপন ॥ ৭৮ ॥
মনক হৰন্ত গোপবধূ সমস্তৰ।
মুখত প্ৰকাশে আতি হাসি মনোহৰ ॥
দেখা তা সম্বাৰ সতিনীৰ ৰিষা এৰি।
পঞ্চম উৎসাহে গাৱে মাধৱক বেৰি ॥ ৭৯ ॥
পুষ্পাতলে বহে অতি নৃত্যত ভাগৰি।
আলিঙ্গিয়া কৃষ্ণক জিৰাৱে কণ্ঠে ধৰি ॥
মদনে পীড়িত কতো বাতুল আকাৰ।
আগবাঢ়ি যাচি মাঙ্গে ষোড়শ শৃঙ্গাৰ ॥৮০ ॥
দেখা দেখা হেৰ সখী কতো গোপিনীৰ।
কৃষ্ণ মুখ চুম্বিতে নয়নে বহে নীৰ ॥
কামভাৱে ভজন্ত মাধৱে কতো নাৰী।
জন্মে জন্মে হইবে প্ৰভো তোমাৰ কিঙ্কৰী ॥৮১
কতো গোপী মাধৱক নমিবাক চলে।
চৰণত স্তন দিয়া মহাকাম ভোলে ॥
দেখা যমুনাৰ-কুঞ্জে মনোহৰ বনে।
কৃষ্ণৰ বস্ত্ৰক কাঢ়ি লৈলা গেপীগণে ॥ ৮২ ॥

পীতবস্ত্র কৃষ্ণৰ পিন্ধিলা গোপী কাঢ়ি।
আপোনাৰ নীলবস্ত্রে কৃষ্ণক আবৰি ॥
কৃষ্ণৰ বংশিক কাঢ়ি বাইবে লৈলাতাৰা।
খোপা গোট কৃষ্ণৰ বান্ধিলা মেলি চূড়া ॥ ৮৩॥
আপুনি পুৰুষ কাচ লৈলা গোপীগণে।
নাৰী বেশে মাধৱক কাচাৱে-যতনে ॥
কত বংশি বাৱে কতো চাপৰি বজাৱে ॥
চাপৰিৰ চেৱে চেৱে নাচন্ত মাধৱে ॥ ৮৪ ॥
ইটে সিটে গোপী সৱে কহে চকুঠাৰি।
নাৰীৰ দুখক কিছো না জানে মুৰাৰি ॥
নাৰী হুয়া নাচি কৃষ্ণে তাৰ ফল পাওক।
মাত্তিবে খুজন্তে নামাত্তিবা গোপীঝাঁক ॥ ৮৫ ॥
এহি বুলি তেসম্বেও মনে সাৰ কৰি।
গোপীগণে আলঙ্গিবে খোজন্তে মুৰাৰি ॥
কৃষ্ণবেশে গোপীগণে নাচাৱন্ত মুখ।
বিৰহিণী-জনৰ জানিবে তেবে দুখ ॥ ৮৬ ॥
তাসম্বাৰ পৰিহাঁস জানিলন্ত হৰি।
পুৰুষ ভৈলন্ত কৃষ্ণ নাৰীবেশ এৰি ॥
দেখি পোপীগণে আতি মৱে কাম ভোলে।
আলিঙ্গি চুম্বিয়া কাকো বৈসালন্ত কোলে ॥৮৭॥

আক জানি সখি ! তুমি পৰিহৰ মান।
সেই ভাৱে ভজা তুমি মাধৱৰ থান ॥
ভাগ্যৱতী ৰাধা আপোনাৰ মান্য চায়।
যাচিয়া ন লৈলা প্ৰভু মাধৱৰ ঠায় ॥ ৮৮ ॥
এক তালি তালে গাৱে জয়দেৱে গীত।
গান্ধাৰ ৰাগাৰ কথা শুনা মনোনীত ॥
মহন্ত পুৰুষ গোট শ্যামবৰ্ণ কায়।
ৰত্নৰ কিৰীটী অলঙ্কাৰ সীমানায় ॥ ৮৯ ॥
চতুৰ্দ্দিকে চামৰ ঢুলাই চাৰি কন্যা।
সুকোমল তৰুণী ৰূপত অতিধন্যা ॥
সুবৰ্ণৰ কান্তিসম দেহেৰ উপমা।
চাৰিদিকে স্বামীক সেৱয় চাৰি ৰামা ॥ ৯০
চাৰিও কন্যাৰ নাম শুনা মন কৰি।
কৌস সৌৰী আকাশী আৰৱ যে মঞ্জৰী
চাৰিও কন্যাত প্ৰীতি কৰা মহাবল।
যাহাক গাৱন্ত সদা গন্ধৰ্ব্ব সকল ॥ ৯১ ॥
সভাত প্ৰবেশ হই পিন্ধি হেন হাৰ।
এতেক লক্ষণে ৰাগ বোলয় গান্ধাৰ ॥
পৰম বিকলে ৰাধা কৃষ্ণৰ বিৰহে।
সখীৰ আগত বিৰহৰ কথা কহে ॥৯২॥

ইমত কটাক্ষ হাঁসি কৰে লয় লাস।
মনত সুমৰে মাধৱৰ পৰিহাঁস ॥
মোহন ৰংশিক বান্ত অধৰ অমৃত ।
মোৰ নাম ধৰি মোহিলা হামাৰ চিত ॥ ৯৩ ॥
চূড়াত ময়ূৰপুচ্ছ চন্দ্ৰ চাৰু শোভা।
সুখ জলে ৰমণী চুম্বন মনোলোভা ॥
বন্ধুলিৰ পাখী যেন ৰাতুল অধৰ।
চৰণত প্ৰকাশে নেপুৰ সুবৰ্ণৰ ॥ ৯৪ ॥
ৰোমাঞ্চিত বাহু মেলি কাম ভাৱে আতি ।
সবটীছে মাধৱক সহস্ৰ যুৱতী ॥
তৰুণী ৰমণী গোপিনীৰ স্তন ভাৰ।
নিৰ্দ্দয় কৃষ্ণৰ হৃদে যেন বজ্ৰসাৰ ॥ ৯৫ ॥
তাতে লাগি মৰ্দ্দিত মালতি মালাচয়।
ক্ৰীড়া দেখি সুৰাসুৰ গণৰ বিস্ময় ॥
ৰত্নাবলী সখীক বোলন্ত ৰাধাৰায়।
মাধৱৰ বিৰহে ক্ষণেকে প্ৰাণ যায় ॥ ৯৬ ॥
যদ্যপি জীৱাবা সখি কহোঁ মিষ্ট বাণী।
এতি ক্ষণে ইঠাৰে কৃষ্ণক দিয়া আনি ॥
কৃষ্ণৰ অধৰ যেন মধুৰ বাহন।
তাক দেখি স্বতন্ত্ৰে পিয়য় গোপীগণ ॥ ৯৭ ॥

সিকাৰণে কহোঁ সখী মাধৱক আন।
ইঠাৱতে অকলে কৰোঁহোঁ মধু পান॥
মাল্লৱ ৰাগৰ একতালী তাল যায়।
ৰাগৰ লক্ষণ শুনা জয়দেৱে গায়॥ ৯৮॥
নিতম্বিনী সুস্বৰে মালিতা যেবে গাইলা।
সমস্ত ৰাগৰ যে মাল্লৱ ৰাজা ভৈলা॥
উপজিল ৰাগ গোট বেলা অবসানে।
উপজিল ৰাগগোট বত্রিশ লক্ষণে॥ ৯৯॥
উপজিলে ৰাগ বাৰে বাদ্যভণ্ড।
ব্যালিশ যে ৰাগে ধৰিলেক ছত্রদণ্ড॥
মাল্লৱ ৰাগ ৰাজাৰ মালসী পাটেশ্বৰী।
পাএ দেমাগ ভৈলা কুমাৰ ধন শ্রী॥ ১০০।
দ্বাৰী ভৈলা বেলীৰাগ কটোৱাল শ্যাম।
চুত ধৰ কল্যাণ যে ৰাগ অনুপাম॥
চতুৰ্ভীতি চামৰ ঢোলায় চাৰি ৰাগে।
সিংহাসনে বসিয়া প্রকাশে মহাভাগে॥ ১০
হুঙ্কাৰতে সমস্ত ৰাগৰ সেৱা লয়।
দেবাসুৰে সৱে যাক অবিশ্রামে গায়॥
কৈৰ পৰা ৰাগ গোট কৈত লৱে ঠায়।
শুনিয়ো ৰাগৰ কোন বাপ মায়॥ ১০২॥

কৈবৰ্ত্তী ৰাগৰ ভৈলা কন্যা কেই জন ।
কহো শুনিয়োক ৰাগ যতেক লক্ষণ
শূন্যতে জন্মে ৰাগ শূন্যতে লয় যায় ।
হুঙ্কাৰে ভৈলেক গুৰু ঋঋ বাপ মায় ॥ ১০৩ ॥
সপ্তবৰ্গ ৰাগ কন্যা চুয় চুয় জন ।
কহিলোঁ ৰাগৰ জানা ব্যাল্লিশ লক্ষণ ॥
সমস্ত লক্ষণ চয় যে মাল্লৱত ৰৈলা ।
সমস্ত ৰাগৰ যে মাল্লৱ ৰাজা ভৈলা ॥ ১০৪ ॥
মাল্লৱ ৰাগন্ত তাল একতালি যাই ।
ৰাধিকা কহন্ত নীজ সখীক বুঝাই ॥
চলা সখী সত্বৰে কৃষ্ণক আনিবাক ।
বিচাৰিবা যি থানত আছে গোপীঝাঁক ॥ ১০৫ ॥
ৰতিভৰে গোপী সমে হাসন্ত মুৰাৰি ।
পিন্ধি আছে গোপিনীৰ অলঙ্কাৰ কাঢ়ি ॥
সেই মোৰ প্ৰাণপতি আনিদিয়া তাঁক ।
মাধৱ আসিলা সখী জীয়াইলা আমাক ॥ ১০৬ ॥
কেশিনিসূদন প্ৰভু উদাৰ চৰিত্ৰ ।
সবাতো অধিক পুণ্য মোৰ মহামিত্ৰ ॥
যতো পৰমাৰ্থ নীৰাকাৰ নাৰায়ণে ।
তথাপিতো কামাতুৰ মোক কৃপা গুণে ॥১০৭॥

অবশ্যে আসিবে কৃষ্ণ মোৰ কথা শুনি।
উদাৰ কৃষ্ণৰ গুণ দেখিবা আপোনি ॥
আঠ ঠাই ক্রীড়া কৰে কামিনী সমস্ত।
শুনিয়োক তাহাৰ নীৰ্ণয় যত যত ॥ ১০৮ ॥
ক্ষেত্রভূমি বাড়ি আৰু ভগ্নদেৱ গেহ।
নিৰ্জ্জন ঘৰ আৰু অৰণ্যত বিশেষ ॥
নীজ থানে নদীতীৰে জলত নমায়।
বেশ্যা গণ ক্রীড়ি বাক এই আঠ ঠায় ॥ ১০৯
আসি পুনু আছো দেখা নিকুঞ্জ মন্দিৰে।
যাক বিমানত দেৱগণে স্তুতি কৰে ॥
আক জানি কৃষ্ণক সত্বৰে মাতি আন।
মাধৱক দেখিলে যুৰাইব মোৰ প্রাণ ॥ ১১০
শুতিয়া থাকিবো মই নিকুঞ্জ মন্দিৰে।
এথা আসি মাধৱ বশিব ধীৰে ধীৰে ॥
প্রথম সংগ্রামে মই লজ্জিত স্বভাৱে।
বস্ত্রে কুচ উৰুক ঢাকিবো সৰ্ব্ব গাৱে ॥ ১১১
পটু চাটু বচনে পণ্ডিত বনমালী।
যাচি আশি আপোনি ধৰিব আঙ্কোৱালী ॥
কিশলয় শয্যাত থাকিবো মই শুতি।
সাবটীয়া অধৰ চুম্বিব যদু পতি ॥১১২ ॥

আমি ভয় লাজে আতি চিপিবো নয়ন ।
মনত আকুল কামে ঘামিব বদন ॥
মোৰ চিত্ত জানি কৃষ্ণে আলিঙ্গিবে ধৰি ।
বিৰহৰ দুঃখ বাণ কাঢ়ি লৈব হৰি ॥ ১১৩ ॥
ষোড়শ শৃঙ্গাৰ বিচাৰিবো নাৰায়ণে ।
আপোনি দেখাই বুহু বুঝি থানে থানে ॥
ষোড়শত অধিক দেখাইবো তিনি কলা ।
ৰতিত জিনিয়া কাঢ়ি লৈবো মনমালা ॥ ১১৪ ॥
কোকিল আকুল ৰাৱ চিত্ত বিয়াকুল ।
খসিবেক খোপাৰ মালতি যুতী ফুল ॥
ভাগৱত কৃষ্ণৰ ৰতিত মই ক্ষমা ।
পাছে দৰ্শাইবো মই আপোন মহিমা ॥১১৫ ॥
কাম শাস্ত্ৰ বিচাৰিয়া জানিচো লক্ষণ ।
কামিনী ৰমন্তে ভাগৰিলা ভিতো-জন ।
কামিনী ক্ৰীড়িবে তাক পুৰুষ আকাৰে ।
হেন কহে শুনা ৰতিশাস্ত্ৰ ব্যৱহাৰে ॥ ১১৬ ॥
মাধৱৰ বক্ষঃস্থলে কৰিবো অপাৰ ।
হৃদয়ত ঘষিবো নূতন স্তনভাৰ ॥
কৃষ্ণে মোৰ কেশত ধৰিবে টানি টানি ।
অলেখ চুম্বন দান দিবন্ত আপোনি ॥ ১১৭ ॥

মলয়া পৱন শুনি ভৃঙ্গাৰীৰ ৰাৱ।
ময়ুৰৰ নাদত বিৰহে পুৰে গাৱ ॥
আকে জানি সত্বৰে কৃষ্ণক মাতি আন।
মাধৱক পাইলে সে জুৰাই মোৰ প্ৰাণ ॥ ১১৮।
ৰাধাক শম্বোধি মাতিলেক ৰত্নাৱলী।
থাকিয়োক মন সুখে ন হৈবা বিকলী ॥
আমি সবে থাকন্তে তোমাৰ হেন দুখ।
আজি পাইলে মাধৱক ন চাহিবো মুখ ॥১১৯॥
এহি বুলি ৰাধাক নমীয়া ৰত্নাবলী।
চলি গৈলা মাধৱৰ সমীপক বোলি ॥
শুনিয়োক আত অনন্তৰে কৃষ্ণ কথা।
গোপীগণ সমে মাধৱৰ ক্ৰীড়া যথা ॥ ১২০ ॥
ৰাধাক নে দেখি কৃষ্ণে গোপীগণ মাঝে।
পৰম বিৰহ মন ভৈলা যদুৰাজে ॥
হৃদয়ত পাইলা ৰাধিকাৰ প্ৰেম জৰি।
মাধৱৰ পাৱত বান্ধিছে দৃঢ় কৰি ॥ ১২১ ॥
ৰাধিকাক নে দেখিয়া মাধৱ মুৰাৰি।
সেহি থানে এৰিলা যতেক গোপ নাৰী ॥
অন্তৰিছে জানিছো ৰাধিকা ৰোষ কৰি।
মন দুখে কৃষ্ণে তাঁকে ফুৰন্ত বিচাৰি ॥ ১২২ ॥

পতি মধ্যমান চেৰে নাচে পদ্মাৱতী ।
গুঞ্জৰী ৰাগক জয়দেৱে নিগদতি ॥
যৈসানি ৰামৰ সেনা ৰখিলা ৰাৱণি ।
হনুমন্ত গৈলা আনিবাক সঞ্জীৱনী ॥ ১২৩ ॥
গন্ধ মাৰ্দ্দনত বীৰে প্ৰবেশিল যায় ।
তিন কোটী গন্ধৰ্ব্বক পাইলা সেহি ঠায় ॥
ধৰ্ম্মে সে সহায় হনূমন্ত এক গোটী ।
হেলা ৰূপে মাৰিল গন্ধৰ্ব্ব তিন কোটী ॥ ১২৪॥
আঠাইশ দিনে বীৰে গন্ধৰ্ব্বক মাৰি ।
সাগৰ মাতিল লৰাইলেক মেৰু গিৰি ॥
আকাশৰ পৰা দেৱে পুষ্প বৰষিল ।
সেই আৰ্ত্ত ৰাৱতে গুঞ্জৰী ৰাগ ভৈল ॥১২৫॥
ৰাধিকাক বিচাৰি নাপাইলা নাৰায়ণে ।
বিৰহত বিকল ভৈলন্ত কামবাণে ॥
মন দুখে মাধৱে বোলন্ত হৰি হৰি ।
মোৰ অনাদৰে ৰাধা গৈলা ৰোষ কৰি ॥১২৬॥
ব্ৰজবধূগণ সমে দেখি আতি শোকে ।
জানিলোঁ ৰাধিকা ৰোষ কৰি গৈলা মোকে ॥
মোৰ কেন দোষ মই না ৰাখিলোঁ যাচি ।
ৰাধিকাৰ বিৰহে প্ৰাণ ন ৰহয় আজি ॥ ১২৭ ॥

কিবা ধন জন চাৰ জীৱন আমাৰ।
ৰাধা বিনা দেখোঁ মই দিনেতে আন্ধাৰ॥
যাঁক থাকো চিন্তি মই মনত নিৰিখোঁ।
ধিয়ানত ৰাধাৰ কমল মুখ দেখোঁ॥ ১২৮॥
হেন প্ৰাণেশ্বৰী ৰায় পাবো কোন ঠায়।
আনন্দে ক্ৰীড়িলো চন্দ্ৰাৱলী ৰাত্ৰি পায়॥
ৰাধা বিনে বন মাজে বৃথা কৰো শোক।
কলৈ গৈলা প্ৰাণেশ্বৰী আশ্বাসিয়ো মোক॥১২৯॥
ধ্যান কৰি ৰাধিকাক হৃদয়ত পাই।
কৰ জোৰ কৰিয়া মাতন্ত যদুৰাই॥
এনে দোষ না ধৰিয়া আউৰ বাৰম্বাৰ।
প্ৰাণেশ্বৰী ৰাধা দোষ ক্ষেমিবা আমাৰ॥১৩০॥
মোৰ খঙ্গে ক্ষীণ ভৈলা ধৰিলাহা দোষ।
চৰণত ধৰি কহো ন কৰিবা ৰোষ॥
ৰাধিকাৰ বিৰহে কৃষ্ণৰ দহে তনু।
কামদেব ছিদ্ৰ পাই তুলি লৈলা ধনু॥ ৩১॥
ৰতিপতি মনে মনে কৰিলা টঙ্কাৰ।
এহি কৃষ্ণে দেৱক জিনিছে বাৰম্বাৰ॥
আজি দেখো কি কৰন্ত পৰি মোৰ হাতে।
এহি বুলি ধনুবাণ ধৰি আথে বেথে॥১৩২॥

ব্ৰহ্মা বিষ্ণু মহেশ্বৰ যিতো শৰে বশ্য ।
ত্ৰিভুবন জিনিয়াছোঁ গন্ধৰ্ব্ব মনুষ্য ॥
সেই শৰ কৃষ্ণক জুৰিলা লক্ষ কৰি ।
চৰাচৰ কম্পিলা লৰিলা হেমগিৰি ॥ ১৩৩ ॥
মাধৱে শুণন্ত মোক শৰ মাৰে ধৰি ।
সপোনত নোহিকে ইহাৰ মই বৈৰি ॥
মহাদেৱ বৈৰি তাৰ উপৰি জন্মৰ ।
অকাৰণে শিব বুলি মাৰে মোক শৰ ॥ ১৩৪ ॥
পৰম দুখত অকাৰণে দুখ পাঁও ।
চিনা দিয়া কামদেৱ দুৰ্গতি এৰাও ॥
হেৰা কামদেৱ মোক ন কৰিবা শৰ ।
নোহো তজু বৈৰি মই উপৰি জন্মৰ ॥১৩৫॥
মলয়া চন্দন তুল্য শৰীৰ আমাৰ ।
ভস্ম বুলি আত তুমি ন কৰিবা শৰ ॥
মৃনাল সদৃশ হাৰ গলে আছোঁ ধৰি ।
সৰ্পমালা বুলি নামাৰিবা টান কৰি ॥ ১৩৬ ॥
কণ্ঠে পিন্ধ আছোঁ নীল পল্লব পত্ৰৰ ।
কালকুট বুলি আত নাহানিবা শৰ ॥
নানা বৰ্ণ ভৈলা মোৰ কস্তূৰী কুঙ্কুম ।
চিত্ৰ পত্ৰ জানিবা নুহিকে বাঘ চাম ॥ ১৩৭ ॥

সুহিকে ভাঙ্গুৰা তথাপিতো হেন কথা।
ৰাধাৰ বিৰহে মোৰ হেনয় অৱস্থা ॥
তজু প্ৰাণ বৈৰি যিতো গৌৰীপতি হৰ।
অকাৰণে মোক প্ৰতি ন কৰিবা শৰ॥ ১৩৮ ॥
এহি বুলি পৰিচয় দিলা নাৰায়ণ।
কামদেৱ তথাপিতো নেৰিলন্ত বাণ ॥
হেন দেখি মনত গুণন্ত দামোদৰে।
আপদত পৰিলে দুৰ্জ্জনে হেন কৰে॥ ১৩৯ ॥
দুৰ্জ্জনক বড় কৰি তৰিবে দুৰ্গতি।
হেন জানা ন্যায় পথ শাস্ত্ৰৰ সম্মতি ॥
এহি বুলি স্থিৰ কৰি আপোনাৰ মন।
কামক সম্বোধি বুলিলা চাৰুবচন॥ ১৪০ ॥
শুনা কামদেৱ তুমি নকৰা সন্ধান।
বচনেক বোলো তাৰ শুনিয়ো নিদান ॥
জগতৰ পতি তুমি অদ্ভুত বৰ।
ইঙ্গিতে জানিলো তুমি যত চৰাচৰ॥ ১৪১ ॥
সুৰতে মোহিত সবে বিক্ৰমে তোমাৰ।
মৰাক মাৰিলে কত ফল আছে তাৰ ॥
আমাক মাৰিলে যশ পাইয়া কত মান।
না টানিবা ধনু না মাৰিবা পুষ্পবাণ॥ ১৪২ ॥

তথাপিতো কামদেৱ শৰ মাৰে দেখি।
ক্ৰোধে বাক্য বুলিলন্ত কটাক্ষে নিৰখি ॥
শুনা কামদেৱ তোক্ কিচো নাই ডৰ।
কি কৰিবে পাৰশ-পুষ্পাৰ ধনু-শৰ ॥১৪৩॥
হৃদয়ত লাগি ৰাধিকাৰ দৃষ্টিবাণ।
সকল শৰীৰ পোৰে হয় খান খান ॥
যিতো সহিলেক ৰাধিকাৰ দৃষ্টি শৰ।
তাত কৰি তোৰ বাণ কত মান বৰ ॥ ১৪৪ ॥
এহি বুলি মাধৱে কৰন্ত শোক যথা।
ৰাধিকাৰ দূত আসি মিলিলেক তথা ॥
গলত পিন্ধিয়া পুষ্প মালতিৰ হাৰ।
মাধৱৰ পাৱত কৰিলা নমস্কাৰ ॥ ১৪৫ ॥
মাধৱে দেখন্ত ৰাধিকাৰ প্ৰাণসখী।
বাৰ্ত্তা পুচিলন্ত কৃষ্ণে সলোতক আখি ॥
বহিয়োক ৰত্নাৱলী শুনু একে মনে।
প্ৰাণপ্ৰিয়া ৰাধিকা আচন্ত কোন বনে ॥১৪৬॥
হেন শুনি ৰত্নাৱলী দিলন্ত উত্তৰ।
ৰাধিকাক তুমি সুখী কৰি আছা বৰ ॥
তুমি যেন কৰি আছা সক্ৰকো ন কৰি।
তজু আশা কৰিয়া জীৱন্তে আছে মৰি ॥১৪৭॥

তুমি যেন নিদারুণ জগততে সাৰ ।
ই দোষ তোমাৰ নাই ঘাটী ৰাধিকাৰ ॥
মিছা তেসে মৰে সখী কৰি অসন্তোষ ।
মনে শুনি চাহিলে ৰাধাৰ নাই দোষ ॥১৪৮॥
স্ত্ৰীজাতী অল্পমতি যদ্যপি নাগৰ ।
স্বভাৱত ব্যাঘ্ৰমুখ দেখি হৰিণৰ ॥
মুখ দেখি হৰিণ সকলে মোহ যাই ।
বাঘৰ আকাৰ গাৱে ধৰি ধৰি খাই ॥১৪৯॥
মাধৱে বোলন্ত শুনিয়োক ৰত্নাৱলী ।
কোন স্বৰ্গ পাইবি তই মৰাক মাৰিলি ॥
এক তাল চেৱে চেৱে নাচে পদ্মাৱতী ।
কৰ্ণাট ৰাগত জয়দেৱে নিগদতি ॥ ১৫০ ॥
নীলবৰ্ণ পুৰুষৰ মন্দিৰা হাতত ।
চাৰি হস্তিদন্ত জলে দক্ষিণ কৰ্ণত ॥
স্তুতি কৰে দেৱতা অসুৰ গণে মিলি ।
ই সব লক্ষণে কৰ্ণাট ৰাগ বুলি ॥ ১৫১ ॥
ৰত্নাবলী কৃষ্ণত ৰাধাৰ কথা কহে ।
পৰম বিকল ৰাধা তোমাৰ বিৰহে ॥
বিৰহত গাৱ পোৰে নজানয় তাক ।
বতাসক ভৰ্চ্ছিয়া নিন্দিয়া বোলে বাক ॥১৫২॥

মলয়া চন্দন বনে সর্পৰ নিলয় ।
তাহাতে লাগিয়া ইতো বতাস আসয় ॥
সর্প বিষ বহ্নি বায়ু উৰুয়াই আনে ।
সেই জুয়ে গাৱ পোৰে ন থাকায় স্থানে ॥১৫৩॥
শীতল চন্দনে পুনু গাৱ সুজুৰায় ।
চন্দ্ৰ ৰশ্মি লাগি কিবা পোৰে সৰ্ব্বকায় ॥
সেহি বেলা কামদেৱে জুৰিলেক শৰ ।
দেখি ৰাধা দেবীয়ো আকুল ভৈলা বৰ ॥১৫৪॥
নাৰীক পুৰুষ মাৰে এহি আতি শোক ।
কোন থানে পশিবো ৰাখিবে কোনে মোক ॥
এহি বুলি তোমাক ৰাধা হৃদয়ত পাই ।
মদন শৰক ভয়ে থাকন্ত লুকাই ॥ ১৫৫ ॥
কামদেৱে যত শৰ মাৰে ঝাকে ঝাক ।
তোমাৰ শৰীৰে পৰি ন পাৰে ৰাধাক ॥
যত শৰ তোমাৰ পৰিছে ঠায়ে ঠায়ে ।
জানি শুনি আপুনি প্ৰমাণ পাৱা গায়ে ॥১৫৬॥
অনন্তৰে ৰাধিকা মনত সাৰ কৰি ।
কামদেৱ শৰে বৰ দুখ পান্ত হৰি ॥
হৃদয়ত আশা তুমি ৰাখিবাক মনে ।
কবচ সদৃশ ঢাকি থৈলন্ত বসনে ॥ ১৫৭ ॥

কামদেৱে শৰ প্ৰহাৰন্ত যেই কাতি।
ৰাধিকা তোমাক ৰাখে পদ্মপত্ৰ পাতি॥
পদ্ম পত্ৰ বারু ভৈলা কবচ বসনে।
পাৰি হুইয়া তোমাক ৰাখিলা ঘোৰবনে॥১৫৮॥
মাধৱে বোলন্ত কথা অদভুত বৰ।
হৃদয়ত লুকাইবাক পাৰে কোন নৰ॥
হৃদয়ত আছো মই অন্তৰ্য্যামী হৰি।
সমৰত মোক লুকাইবেক কেন কৰি॥ ১৫৯॥
নিৰাকাৰ ৰূপে যিতো আছো দামোদৰ।
তান গাৱে কেন মতে পৰে কামশৰ॥
পদ্মপত্ৰে বারু পাতি ৰাখয়ে কেমনে।
নাহিকে আজলি নাৰী ৰাধাৰ সমানে॥১৬০॥
শুনিয়োক ৰত্নাৱলী তুমি মোৰ মিত্ৰ।
অমৃতৰ সমস্বাদ ভক্তৰ চৰিত্ৰ॥
তোমাৰ আগত মই কহো মিষ্ট বাক।
ৰাধিকাৰ কথা কহি জীয়াইলা আমাক॥১৬১॥
ৰত্নাৱলী বোলে কথা শুনা মন কৰি।
ৰাধাক চলিলা তুমি টেণ্টনালী কৰি॥
সহজে চঞ্চলী নাৰী হৃদয়কোমলী।
তাক কি কুশলে ৰাখে দুষ্টকামে পালি॥১৬২॥

সাধু দেখি লোকে যেন কৰয় বিশ্বাস।
সৰ্ব্বস্বক কাঢ়ি লই কৰে সৰ্ব্বনাশ ॥
সেই মতে তুমিয়ো কৰিলা টেণ্ট নালি।
যাতো আমি নাৰীগণ অবোধ গোৱালী ॥১৬৩॥
আন কিবা এত মান কৰিবে শকত।
এবে শুনা ৰাধাৰ আৰৰ কথা যত ॥
মৰণক আশা কৰি ভীষ্ম বীৰবৰ।
যেন শৰ শয্যাত শুতিছে নিৰন্তৰ ॥ ১৬৪ ॥
সেই মতে ৰাধা পুষ্প শৰশয্যাত পায়।
ব্ৰত ধৰি তোমাক আচন্ত বাট চায় ॥
বুলিবা পুষ্পৰ শয্যা পৰম কোমল।
তাক শৰশয্যা বোলে গোপীকা-সকল ॥১৬৫॥
ব্ৰত ধৰি যিতো জনে আছে মৰিবাক।
শৰৰ শয্যাত কিনো পীড়া কৰে তাক ॥
প্ৰিয়াৰ বিয়োগ যিতো পুষ্পশয্যাময়।
তাক কিনো সুখ বুলি প্ৰাণৰ সংশয় ॥ ১৬৬ ॥
তোমাক নাপাই ৰাধা ক্ৰন্দন কৰন্ত।
দুই চক্ষু ধাৰা সাৰে লোতক বহন্ত ॥
দেৱগণে আসি বিমানত থাকি বোলে।
ৰাধিকাৰ মুখ গোট পদ্ম সম জ্বলে ॥ ১৬৭ ॥

অযুতেক পুত্ৰ যাৰ শুনিয়ো শ্ৰবণে।
হৰিৰ আসল ক্ৰীড়া দেখা বিদ্যমানে ॥
দুই চক্ষু বোলে তাৰা মেঘ দুই খান।
ক্ৰন্দনক বৃষ্টি তাৰা বোলে বিদ্যমান ॥ ১৬৮ ॥
কেহো বোলে পদ্ম নুহি চাহ ভাল কৰি।
পূৰ্ণচন্দ্ৰ গোট যেন আছে মায়া ধৰি ॥
যাৰ ৰশ্মি প্ৰকাশ কৰয় দিশ পাশ।
লুকাই আচন্ত আমাত এৰি আশ ॥ ১৬৯ ॥
দক্ষৰ সাপত হেন আন গতি ভৈলা।
ৰাঙুল দন্তক বোলে ৰাহু লাগনৈলা ॥
দুই ওঠ চিপিলা দশন আৰ কৰি।
দেবে বোলে চন্দ্ৰেসে ৰাহুক আছে ধৰি ॥১৭০॥
শুনি আছো ৰাহুৰ বিক্ৰম ঠাই ঠাই।
পৰ্ব্বে পৰ্ব্বে চন্দ্ৰক গিলন্ত লাগ পাই ॥
আজি দেখো চন্দ্ৰেশে ৰাহুক গিলি থৈলা।
অদভুত উপমা ৰাধাৰ পাশ ভৈলা ॥ ১৭১ ॥
সেই বেলা ৰাধিকা গুনন্ত মনে মনে।
কামদেৱক স্মৰিলন্ত তোমাৰ নিদানে ॥
কামদেৱ চৰণে কাতৰ কৰে ধৰি।
তেহে আনিবাক পাৰে মাধৱক হৰি ॥ ১৭২ ॥

এহি বুলি আপোনাৰ ভৰি তলুৱাতে।
কামদেৱ মূৰ্ত্তিক লেখিলা দেৰি তাতে ॥
কস্তুৰী কুম্ কুম বৰ্ণ কৰিলন্ত কালা।
গলত লেখিলা দিব্য বৈজয়ন্তি মালা ॥ ১৭৩ ॥
মগৰ বাহন পাছে লেখিলা পাছত।
ৰত্নময়-কুণ্ডল যে কিৰীটী কৰ্ণত ॥
হাতত লেখিলা পুষ্পময় দিব্য বাণ।
স্তনত আৰোপি দিলা পঞ্চ মুখ বাণ ॥ ১৭৪ ॥
সেই অস্ত্ৰ সেই বস্ত্ৰ সেই ভৰি হাত।
কামদেৱ সাক্ষাতে কেৱলে নাহি মাত ॥
দেখি ৰাধা লাজে বস্ত্ৰ তুলিং লৈলা মাথে।
চৰণত প্ৰণাম কৰিলা আথে বেথে ॥ ১৭৫ ॥
গোচৰ কৰন্ত ৰাধা চৰণত ধৰি।
তোমাৰ গুণক প্ৰভো কহিতে না পাৰি ॥
যাৰ হেতু দেৱাসুৰ গন্ধৰ্ব্ব মনুষ্য।
সকল সংসাৰ প্ৰভো হোৱে তিৰি বশ্য ॥১৭৬॥
সিকাৰণে লাজ এৰি মাগোঁ তজু আগে।
নন্দৰ পুত্ৰক প্ৰভো মোহিবাক লাগে ॥
ধৰি আছোঁ ধনু যেই পুষ্পবাণ হানি।
এতিক্ষণে আপোনি কৃষ্ণক দিয়া আনি ॥১৭৭॥

হেন শুনি মাধৱে হাসিলা খল খলী।
ৰত্নাক বোলন্ত ৰাধা পৰম আজলি ॥
চৰণত কামদেৱ লেখিলা গোপিনী।
কিমতে মাতন্ত তাক আপোনা আপোনি ।১৭৮।
ৰাধিকাৰ কথা শুনি হাসি হাসি মৰি।
পাছে কি কৰিলা কহিয়োক প্ৰাণেশ্বৰী ॥
ৰত্নাৱলী বোলে জানো কথা সাঙ্গোপাঙ্গে।
মুখে হৰি হৰি বোলা হৃদয়ত ৰঙ্গে ॥ ১৭৯ ॥
তৃণ খাই জীয়ে পশু অৰণ্যত থাকে।
কোন দোষ কৰিয়াছে ব্যাধে মাৰে তাকে ॥
জল খাই জীয়ে মৎস জল সে জীৱন।
কোন দোষে তাহাকে কৈৱৰ্ত্তে কৰে চন ॥১৮০॥
লতা প্ৰায় জীয়ে সাধু সন্তে সে জীৱন।
খলুৱা তাহাৰ শত্ৰু ভৈলা কি কাৰণ ॥
এই তিনি বৈৰী আকাৰণ জগতত।
তোমাক লেখিলোঁ প্ৰভো তাহাৰ আগত ॥১৮১॥
পৰম অবোধ আমি গোৱালৰ নাৰী।
পতি পুত্ৰ এৰি ভজিলোহোঁ নিবিচাৰি ॥
ব্যাধে যেন হৰীণক মাৰে শৰে হানি।
তুমিয়ো ৰাধাক মাৰা বিৰহ অগনী ॥ ১৮২ ॥

নানা ভাৱ ৰাধিকা কৰয় যত যত।
দিন বঞ্চিবাক হেতু বিৰহ কালত ॥
বিৰহিণী কন্যা সবে বিৰহৰ থানে।
চিত্র কর্ম্ম কৰি তেবে পতিয়াৱে মনে ॥১৮৩॥
তোমাক না পাই ৰাধা বিৰহ অনলে।
কাম দেৱ লিখিলন্ত চৰণৰ তলে ॥
কতো বিৰহিণীয়ে দেৱক পূজা কৰি।
কতো গীত গাৱন্ত শ্যামীক মনে ধৰি ॥ ১৮৪ ॥
শুক সাৰী পঢ়াৱয় পালটাৱে মন।
এহি মতে কাল বঞ্চে বিৰহিণীজন ॥
তোৰ বিৰহে ৰাধা চিত বিষাকুল।
এতেকে কৰত কাল বঞ্চিবাৰ ছল ॥ ১৮
তাতে আৰু কথা আছে নকহিতে মন।
নকহিলে মহন্তৰ আজ্ঞা হোৱে চন ॥
সি কাৰণে বোলো যেবে শুনা কথা সাৰ
তোমাক না পাই ৰাধা বাতুল আকাৰ।
প্রতি প্রতি ৰাধিকা বোলন্ত মনে ঘনে।
চৰণত পৰো দোষ ক্ষেমা নাৰায়ণে
ধ্যান কৰি ৰাধিকায়ে হৃদয়ত পাই।
চৰণত পৰিয়া কান্দিলা ৰাধা ৰাই ॥ ১৮ . ॥

গোপিনী আলাপ চিহ্ন দেখি সৰ্ব্ব গাৱে ।
পুন ৰোষ পাতিলা ৰাধিকা ক্ৰোধ ভাৱে ॥
মোক এৰি আনক ভজিলা নাৰায়ণে ।
পিঠি দিয়া ৰোষ পাতি গুণে মনে মনে ॥১৮৮।
কাতৰ কৰাইবো মই দান্তে তৃণ ধৰি ।
তেবে সে সাম্ফল মই গোৱাল ঝিৱাৰী ॥
পুনৰপি ৰাধিকা গুণয় মনে মনে ।
খানিতেকে কতেৰ কৰিবে নাৰায়ণে ॥ ১৮৯ ॥
ভাৱনা সে কৰন্তস্বৰূপ কিছো নাই ।
বিলাপ কৰন্ত শোকে বিমূৰ্চ্ছিত হুই ॥
মাধৱে বোলন্ত ৰত্নাৱলী বৰ নাৰী ।
কোন থানে আচয় ৰাধিকা প্ৰণেশ্বৰী ॥ ১৯০ ॥
কৰযোৰে বোলো হেৰা কথা শুনিয়োক ।
ৰাধিকাক দেখাই দিলে প্ৰাণ দিয়া মোক ॥
ৰত্নাৱলী বোলে কৃষ্ণ শুনা মোৰ বাক ।
ৰাধিকাক দিলে প্ৰভু কি দিবা আমাক ॥ ১৯১।
মাধৱে বোলন্ত শুনিয়োক প্ৰাণেশ্বৰী ।
জগতৰ সম্পত্তি মিলোক আজি ধৰি ॥
দেৱাসুৰ নাগ যক্ষ গন্ধৰ্ব্ব মনুষ্য ।
আজি ধৰি সকলে তোমাৰ হৌক বশ্য ॥১৯২॥

ৰত্নাৱলী বোলে প্ৰভো নলাগয় আক।
ৰাধাৰ সেৱাত মই সবে পাইবো তাক ॥
মাধৱে বোলন্ত তেবে লৈয়োক মুকুতি।
ব্ৰহ্মা হৰ পুৰন্দৰে বাঞ্চে দিনে ৰাতি ॥ ১৯৩ ॥
যি কাৰণে ব্ৰহ্মা হৰে কৰন্ত সেৱলি।
তাহাকো ন লাগে বুলিলন্ত ৰত্নাৱলী ॥
তোমাৰ চৰণ যিতো কৰিয়াছোঁ সাৰ।
তাতো কৰি অধিক মুকুতি কোন চাৰ ॥১৯৪॥
মাধৱে বোলন্ত তুমি মনে কৰি সাৰ।
যিবা ধন লাগে তুমি খুজিয়ো আমাৰ ॥
ৰত্নাৱলী বোলে গোপীকাৰ প্ৰাণবৈৰী।
নাহি ধন তোমাৰ মোহন বংশি সৰি ॥ ১৯৫ ॥
আন কিছো নাই ধন নামাগো তোমাৰ।
বংশি দান দিয়া প্ৰাণ চোৰ গোপীকাৰ ॥
তুমি বংশি বায়া যি বেলাত মনোহৰ।
বিৰহত পুৰিমৰো গোপী নিৰন্তৰ ॥ ১৯৬ ॥
সেই বংশি আমিসবে বজাইবোহুঁ সুখে।
তেবেসে জানিবা বিৰহৰ যত দুঃখে ॥
মাধৱে বোলন্ত কহা উপহাস এৰি।
বংশি বড় কোন ধন আপনাত কৰি ॥ ১৯৭ ॥

ৰদ্ধাৱলী বোলে ভাল কহিলা আমাক।
সখীৰ পাশক নিবে নাপাৰো তোমাক ॥
তযুগাবে গোপিনী ৰমণ চিহ্ন দেখি।
ক্রোধে মোক খঙ্গিৱন্ত ৰাধাৰায় সখী ॥১৯৮॥
তুমি ঐতে থাকা প্রভো ময় যাওঁ আগে।
ইতোকথা ৰাধিকাত পুছিবাক লাগে ॥
মাধৱৰ দুঃখ জানি মনত সুমৰি।
সেই বেলা আসিলেক সুকণ্ঠী শুন্দৰী ॥১৯৯॥
সুকণ্ঠীক দেখি কৃষ্ণে বাহুমেলি আনি।
পদ্মাসনে কোলাত বৈসাইলা চক্রপাণি ॥
বদনে চুম্বন দিয়া সাবটী দুই হাতে।
তুলসীৰ মালা গাঁথি পিন্ধাইলা খোপাতে ॥২০০॥
বৃক্ষ শিলা বাৰে দেৱতাৰ মোহে চিত।
একদিনা শুনি কৃষ্ণে সুকণ্ঠীৰ গীত ॥
পর্ব্বতত পোত গৈল মাধৱৰ ভৰি।
আজিয়ো সুচায়ে তাক গোবর্দ্ধন গিৰি ॥২০১॥
সুকণ্ঠী বোলয় প্রভো নকৰ সংশয়।
ৰাধিকাক দিবো ময় বুলিলো নিশ্চয় ॥
এহি বুলি সুকণ্ঠীয়ে অনেক প্রবন্ধে।
ৰাধিকাক পাইলা পাছে কুঙ্কুমৰ গন্ধে ॥২০২॥

দেখিয়া ৰাধিকা উঠিলন্ত গাৱ লাৰি।
সুগন্ধিত পুষ্পৰ আসন দিলা পাৰি ॥
শুনি আছে ৰাধাদেৱী প্ৰেমৰ পৰম।
কথা এক কহিলা সুকণ্ঠী মনোৰম ॥ ২০৩ ॥
দেৱ লোকে ৱাঞ্চাকৰে মনুষ্যৰ কায়।
ই হেন শৰীৰ সখী বিফলে সে যায় ॥
যোগিগণে যাহাঁকে নপাৱে ধ্যান কৰি।
তোমাৰ নিমিত্তে প্ৰভো উত্ৰাৱল হৰি ॥২০৪॥
মুণিগণে চিন্তাকৰি চিন্তিয়া নপায়।
কৰিয়া সংসাৰী হোৱে জানিবা নিশ্চয় ॥
হেন কৃষ্ণে তোমাক বিচাৰি ফুৰে বনে।
পৰম অবোধ দেখোঁ তোমাৰ লক্ষণে ॥২০৫॥
ৰূপক তালৰ ৰাগ বৰাৰি উত্তম।
ৰাগৰ লক্ষণ কহোঁ শুনা মনেৰম ॥
দিব্য কোটি ৰূপৱতী কন্যা নিজ সঙ্গে।
অলঙ্কাৰে মনিক কচাৰে মন ৰঙ্গে ॥ ২০৬ ॥
আপোনাৰ অলঙ্কাৰ পিন্ধিনন্ত কাঢ়ি।
চামৰ ঢুলায়া তাঙ্ক নেই আগবাঢ়ি ॥
দেৱতাৰ পুষ্পমালা কণ্ঠত পিন্ধাইলা।
নমস্কাৰ কৰি কন্যা শয্যাত বসাইলা ॥২০৭॥

তুষ্ট হুইয়া স্বামীৰ সম্মান দিলা কাঢ়ি।
বৰাৰি বৰিলা স্বামী চৰণত ধৰি ॥
জয় জয় ফুকাৰিলা সিদ্ধ মুনিগণ।
দেখি সৰ্ব্বজনে ভৈল আনন্দে মগন ॥ ২০৮ ॥
ব্ৰহ্মাদেৱে পূৰ্ণাহুতি দিলা ৰঙ্গ কৰি।
এতেক লক্ষণে ৰাগ বুলিলা বৰাৰি ॥
তোমাৰ বিৰহে সখী দুখপান্ত হৰি।
মলয়া পৱন যিথানত প্ৰাণেশ্বৰী ॥ ২০৯ ॥
শয্যাএৰি ধৰণিত কৰন্ত শয়ন।
তযু নাম ধৰি কৃষ্ণে কৰন্ত ক্ৰন্দন ॥
ঘনে ঘনে মাধৱে দিলন্ত বংশি ডাক।
আইস ৰাধা প্ৰাণেশ্বৰী আলিঙ্গা আমাক ॥২১০॥
বিশ্বাস নকৰা যদি বচন আমাৰ।
শুনিয়োক নীজ নাম বংশিত তোমাৰ ॥
কৰ্ণপাতি ৰাধিকা শুনিলা মন কৰি।
ডাকন্ত ৰাধিকা বুলি নীজ নাম ধৰি ॥ ২১১ ॥
লাজে আৰ হুইৰে লাগি বস্ত্ৰ মাত্ৰ টানে।
গুপুত বেকত ভৈলা বংশিৰ নিদানে ॥
শাশুৰী ননন্দী দুয়ো মোৰ প্ৰাণবৈৰী।
সময় ন জানি বংশী ডাকে নাম ধৰি ॥ ২১২ ॥

সুকণ্ঠী বোলয় সখি ন কৰিবা লাজ।
সবাৰে হৃদয় পশি আছে যদু-ৰাজ ॥
ভয় নিন্দা অধম অসূয়া যতচাৰ।
ইহাঙ্ক ভজিলে পাৰে সংসাৰেৰ পাৰ ॥ ২১৩ ॥
আকে জানি সখি মনে তেজিয়া বিকল।
কৃষ্ণক ভজিয়া জন্ম কৰিয়ো সাঁফল ॥
ব্ৰহ্মা আদি ধিয়ানত যাক লাগ পাই।
চৰণৰ ধূলি লন্ত মুকুট ভৰাই ॥ ২১৪ ॥
মধুৰ মুৰুতি কোটি কন্দৰ্পক জিনি।
যিতো ৰূপ দেখি প্ৰভো বিস্ময় আপুনি ॥
চলা চলা নিতম্বিনি শুনা মোৰ বোল।
কৃষ্ণৰ মধুৰ ৰূপে চাপি দিয়া কোল ॥ ২১৫ ॥
নিৰোধিবা নেপুৰক পয়ানৰ হন্তে।
গোপীগণে পাইবে সাৰি পথত চলন্তে ॥
হাতক জুৰিলা সুকণ্ঠীৰ বাক্য পাই।
চলিবাক সাজনি সাজিলা ৰাধা ৰাই ॥২১৬॥
বোলে ৰাম সৰস্বতী দেখা কেন মত।
কৃষ্ণক জানিবে পাৰি সন্তৰ সঙ্গত ॥
সন্তৰেসে সুখত নামৰ জন্ম ভৈলা।
এতেকে নিস্তাৰ হেতু সংসাৰত ৰৈলা ॥২১৭॥

ৰামনাম নৌকাএৰি কোনে যাইবা তৰি।
ভৰাদিয়া যদি যাবে নতু আসে বুৰি ॥
কহে ৰাম সৰস্বতী এহি তত্ব সাৰ।
ৰাম ৰাম বুলি হোৱো সংসাৰৰ পাৰ ॥২১৮॥

---

## লেচাৰী।

সুকণ্ঠীৰ বাক্য মনোহৰ, শুনি ৰাধা উঠি অনন্তৰ
নেতবস্ত্ৰখানি পিন্ধিলা গাৱে মেৰাই।
নিতম্ব যৌবনী ক্ষীণ কটী, ৰত্নৰ মেখলা বান্ধে আটি,
যেন ফলভৰে ভাঙ্গিযো পৰয় ডাল॥২১৯॥
বস্ত্ৰে ঢাকিলেক দুই স্তন, মেঘে ঢাকে যেন পূৰ্ণচান,
যদি আৰ হোৱে তথাপিতো গৌৰবৰ্ণ।
তথাপিতো জ্বলে দুইস্তন, ঢাকিবে নোৱাৰে একোতন
আকাশত প্ৰকাশন্ত যেন দুই চন্দ্ৰ ॥২২০॥
বিমানত বসি দেৱগণে, বিয়াকুল-চিত্ত কামবাণে
স্তনভৰে হাণ্টীতে হালে কৃশ-কঙ্কাল।
হাতেনানা পুষ্পগুচ্ছ লৈয়া, চলিযান্ত দেবীমত্ত হুয়া
সুৰত কৰ্ম্মত জিনিবো আজি গোপাল ॥ ২২১ ॥

স্তুতিকাৰে যাঁক ব্ৰহ্মাদেৱে, আলিঙ্গি ধৰিবে মোৰ গাৱে,
তেবে শুছে ইতো মোৰ কামশৰ জুই।
বোলে দেৱগণে জানাসাৰ, নাৰীৰূপে ক্ষেত্ৰী অৱতাৰ,
যুদ্ধক প্ৰবন্ধে মাধৱক খেদি যাই ॥ ২২২ ॥
বোলে বাক অন্যদেৱগণে, কৃষ্ণক শুমৰি ৰঙ্গমনে,
ঘোৰ গদা ধৰি ৰণক চলিলা ৰাই।
সাবাকে এৰি কৃতাঞ্জলি কৰি, কাৰ্য্যক দেখিলোঁ নেত্ৰভৰি,
আজিৰ যুদ্ধ ত হাৰিব জানো কানাই॥ ২২৩ ॥
বস্ত্ৰক কৱচে বোলে তাত, কৱচ উপৰে কণ্টা যত,
ঘোৰ যুদ্ধে বিন্ধি মুৰ্চ্ছিত ক্ষেত্ৰিয়গণ।
ৰাধাৰ হৃদয় স্তন দুই, লোহাৰ কণ্টক সম হুই,
তাৰ বিষে কৃষ্ণ হুইবে আজি অচেতন ॥২২৪॥
যেবে ৰণ জিনো দামোদৰ, তেবে ৰঙ্গ হৈবে পুৰুষৰ,
ৰাধাৰ জয়ত কৌতুক নাৰী সবাৰ।
এহি বোলি বুলি দেৱগণে, কৃষ্ণৰ জয়ক সাধে মনে,
সাধে দেৱ নাৰীগণে জয়ক ৰাধাৰ ॥ ২২৫ ॥
কৰ্পূৰ তাম্বুল তুলি ধৰি, সুবৰ্ণ সফুৰা ভৰি পুৰি,
ৰত্নাৱলী উঠি ত্বৰিতে দিলা গোচৰ,
শুনিয়ো বচন ৰাধাৰাই, যাচি গৈলে পুনু মান্য নাই,
নাৰী কোন আন পুৰুষক খেদি যাই ॥২২৬॥

ইতো কথা বৰ অদ্ভুত, লোকত বৈলাশ অযুগুত,
তুমি লাজ ভৈলে আমি ৰহো কোন ঠাই।
বৰৰ জিবাৰি যেন স্মৰি, পৰম কঠিন দেৱ হৰি,
তান পাশে তুমি যাচি যাবা কেন কৰি ॥ ২২৭ ॥
বন্ধুৰ পৰীক্ষা পাই ভালে, জলৰ প্ৰমাণ পদ্মনালে,
যদি ইচ্ছা আছে আপুনি নাশিলা কেনে।
এৰি ঘৰ পতি পুত্ৰ গণ, বন অৰণ্যৰ পশু যেন,
তথাপি আমাক স্নেহ নাই তান মনে ॥২২৮ ॥
ৰত্নাৱলী কথা শুনি ৰাই, আসনে বসিলা ফিৰি যাই,
শুকণ্ঠীক বোলে কৃষ্ণক ইঠাৰক আন।
ৰাম সৰস্বতী বোলে সাৰ, বিৰহ শুনিয়ো ৰাধিকাৰ,
এবেসে জানিলোঁ হৰি আইবা ইতো থান ॥২২৯॥

---

## ঝুমুৰি।

স্নকণ্ঠী বোলন্ত সাৰ।
মুখ চায়া ৰাধিকাৰ ॥
আপোনাৰ কৰ্ম্ম নষ্ট।
পাছে ন কৰিবা কষ্ট ॥ ২৩০

চলিয়ো কৃষ্ণৰ পাশ ।
মদনে পুৰিয়ো আশ ॥
বৈকুণ্ঠতোধিক সুখ ।
দেখিবা কৃষ্ণৰ মুখ ॥ ২৩১ ॥
কোলাত বৈশাইব হৰি ।
বদনে চুম্বন কৰি ॥
যমুনাৰ তীৰে হৰি ।
বসি আছে আশা কৰি ॥ ২৩২
মন আলাপত তাতে ।
বংশিতে সংকেতে মাতে ॥
অকালে আচন্ত তথা ।
শুনিয়োক মোৰ কথা ॥ ২৩৩ ।
তযু নাম গাৱে গীত ।
ধৰিতে না পাৰে চিত ॥
নিশাচৰ পক্ষীচৰে ।
তাতে তৰুবন লৰে ॥ ২৩৪ ॥
বিচাৰন্ত যদুৰাই ।
বনৰ ছয়োঁক চাই ॥
বিছাৰি নাপায়া পাছে ।
থাকন্ত পথৰ কাছে ॥ ২৩৫ ॥

এই পথে আসিবন্ত ।
ৰাধিকা পৰম শান্ত ।।
গোপিনী পাইবন্ত সাৰি ।
পেহ্লাৱে নপুৰ কাঢ়ি ॥ ২৩৬ ॥
মাধৱৰ বক্ষঃস্থলে ।
প্ৰকাশিবা অবিকলে ।।
শৃঙ্গাৰ ৰসত অতি ।
ভ্ৰম হৈব তযু মতি ॥ ২৩৭ ॥
তুমি যে গৌৰাঙ্গ নাৰী ।
দুৰ্ব্বাদল-শ্যাম হৰি ।।
সজল মেঘত থাকি ।
যে হেন বিদ্যোত পাঁতি ॥ ২৩৮ ॥
শৰীৰৰ বস্ত্ৰ কাঢ়ি ।
কৃষ্ণক সাবটি ধৰি ।।
হৰিক নেৰিবা বৰ ।
মন কৰিয়োক দৃঢ় ॥ ২৩৯ ॥
যেন অৰ্থ নিধি পাই ।
দৰিদ্ৰে আনন্দ পাই ।।
কৃষ্ণ বড় অভিমানী ।
লাজ এৰি চলা জানি ॥ ২৪০ ॥

পাছে সুমৰিবা মোক ।
এৰিয়োক দুখ শোক ॥
অৱশেষ ৰাত্রি আছে ।
যাওঁ চলা তান কাছে ॥ ২৪১ ॥
সুকণ্ঠীৰ বাক্য বুঝি ।
হুমুনি নিশ্বাস তেজি ॥
ৰাধিকা বোলয় সখি ।
সহজতে আমি দুঃখী ॥ ২৪২ ॥
যত দেখা নাৰী গণ ।
সবে আমি পরাধীন ॥
যিজনে যাচিয়া যাই ।
লোকত নৈৰাশ পাই ॥ ২৪৩ ॥
পূৰ্ব্বত ঊৰ্ব্বশী নাৰী ।
যাচি গৈ লজ্জাত পৰি ॥
ঊৰ্ব্বশী অৰ্জ্জুন ঠাঁই ।
ফিৰি গৈলা লজ্জা পাই ॥ ২৪৪ ॥
না যাইব কৃষ্ণৰ ঠাঁই ।
সত্যে বোলো সখী আই ॥
ৰাধাৰ বচন শুনি ।
সুকণ্ঠী মনত গুণি ॥ ২৪৫ ॥

মাধৱৰ পাশ গৈলা।
সমস্ত বৃত্তান্ত কৈলা ॥
সখী মোৰ নাশে যাচি।
আপোনি চলিয়ো কাচি ॥ ২৪৬ ॥
নাৰী যাচি যাইলে দোষ।
ইহাতে কৰিলোঁ ৰোষ ॥
গুঞ্জৰী ৰাগৰ গীত।
কুঞ্জবনে মনোনীত ॥ ২৪৭ ॥
পৰম বিকল ভাৱে।
দশো দিশে আতি চাৱে ॥
ৰাস গৃহে ৰাধা ৰাই।
পৰম দুঃখক পাই ॥ ২৪৮ ॥
তুমি আসিবাৰ ভাৱে।
অলঙ্কাৰ পিন্ধি গাৱে ॥
থাকন্ত পন্থক চাই।
আসিবন্ত যদু ৰাই ॥ ২৪৯ ॥
বৃক্ষৰ লৰয় পাত।
বোলে আই যদুনাথ ॥
শয্যাখান থোৱে পাৰি।
অঙ্গিনাত লোৱে শাৰি ॥ ২৫০ ॥

ৰাধাৰ বিলাপ বাক ।
সৰ্ব্বজন শুনিয়োক ॥
সুকণ্ঠী গৈলেক খেদি ।
কৃষ্ণক আনিবে মাতি ॥২৫১
বিলম্ব দেখিয়া বৰ ।
মনদুখে নিৰন্তৰ ॥
ক্রন্দন কৰন্ত ৰাই ।
ঘনে ঘনে পন্থ চাই ॥ ২৫২ ॥
মঠাতাল মনোনীত ।
গৌৰ মাল্লৰ গীত ॥
বিফল জনম মোৰ ।
নাইল সখী প্রাণেশ্বৰ ॥ ২৫৩
সুকণ্ঠী বুলিলা মোক ।
ন গৈলা কৰিয়া শোক ॥
মিত্রৰ বচন এৰি ।
গহিন অৰণ্যে পৰি ॥ ২৫৪ ॥
প্রহাৰিছে কাম শৰ ।
চিত্ত কৰে ঝৰ ঝৰ ॥
বিৰহে অনলে কায় ।
পুৰি মৰো সৰ্ব্বদায় ॥ ২৫৫ ॥

হুয়া আছো অচেতন ।
ছাৰি যাই যেন প্ৰাণ ॥
নগৈ ধাতু আছে কেনে ।
পুৰি সাৰে জুই যেনে ॥ ২৫৬ ॥
মনে আছো আশা কৰি ।
আসিবন্ত প্ৰাণ হৰি ॥
ইতো বস্ত্ৰ অলঙ্কাৰে ।
সকল শৰীৰ পোৰে ॥ ২৫৭ ॥
ইহেন মধুত ৰতি ।
কোন নাৰী ভাগ্যৱতী ॥
নিৰ্ম্মল কৃষ্ণৰ মুখ ।
চুম্বিলে পাসৰোঁ দুখ ॥ ২৫৮ ॥
পিন্ধিছোঁ মালতি ফুল ।
তনু কৰে হুলস্থুল ॥
কামদেৱে মাৰে বাণ ।
চিত্ত কৰে খানে খান ॥ ২৫৯ ॥
আন পুৰুষৰ শৰে ।
বাহিৰত পীড়া কৰে ॥
নিদাৰুণ কাম-শৰে ।
অভ্যন্তৰে পুৰি মাৰে ॥ ২৬০ ॥

সখি ! মোৰ ৰাখা প্ৰাণ ।
নে দেখিলোঁ নাৰায়ণ ॥
মই আছোঁ বাট ছাই ।
মাধৱৰ দায়া নাই ॥ ২৬১ ॥
জগততে কহে লোকে ।
আতে মই মৰো শোকে ॥
স্বামী আছে কথা শুনি ।
লোকে কৰে কানা কানি ॥ ২৬২
শাশুৰী দেখন্ত চাই ।
স্তনে নখ চিহ্ন পাই ॥
বুক্ ধাকুৰীয়া যাই ।
কৃষ্ণ আইলা এইৰ ঠাই ॥ ২৬৩ ॥
স্বামী পাছে লাগ ধৰি ।
বসাইলা কোলত কৰি ॥
কৃষ্ণে নিতে তোৰ পাশে ।
সত্যে কহ আসে নাসে ॥ ২৬৪ ॥
সেৱা কৰোঁ তোৰ ঠাঁই ।
নিতে এক যুগ যাই ॥
হাতে দুই পাৱে ধৰি ।
মুখ চাও প্ৰাণেশ্বৰী ॥ ২৬৫ ॥

বুঝাৱে অনেক বেলি ।
নমাতোহোঁ মাথা তুলি ॥
কেৱল ননন্দী ভাৱে ।
পাচত পাৰৱ ৰাৱে ॥ ২৬৬ ॥
স্বামী আগে দেয় খুস্পি ।
ফুৰে মোক চুস্পি চুম্পি ॥
আমি স্ত্রী ঘৰে বন্দি ।
গৃহত না পাও সন্ধি ॥ ২৬৭ ॥
হেন জানি দামোদৰে ।
নির্জ্জানত লাগ ধৰে ॥
বসন্ত ৰাগৰ গীত ।
এক তালি মনোনীত ॥ ২৬৮ ॥
মোত ধিক রূপবতী ।
কোন আছে ভাগ্যবতী ॥
আনি হৃদয়ক ধৰি ।
বক্ষঃস্থলে তুলি ধৰি ॥ ২৬৯ ॥
কুচ প্রকাশিবে মোৰ ।
তুয়ো হৈবো কামাতুৰ ॥
প্রিয়া হৰি ধৰি বান্ধে ।
তুই হাতে তুই কান্ধে ॥ ২৭০ ॥

কুণ্ডলে কুণ্ডলে দুই।
বাজিবেক এক হুই ॥
মেখলা লৰিবে আঁতি।
হৈবো দুয়ো কামে মাতি ॥ ২৭১ ॥
সিতো ৰস শৃঙ্গাৰত।
হৈব দুয়ো উনমত ॥
কাম্পে আতি দুইৰো কায়।
ৰোমাঞ্চিত সৰ্ব্ব গায় ॥ ২৭২ ॥
পাসৰয় দুখ ভাৰ।
কৰে মহা কামোৎসব ॥
ন সুমৰে দুঃখ যত।
ব্ৰহ্মানন্দ সিবেলাত ॥ ২৭৩ ॥
দুইকে দুয়ো ধৰি হাতে।
জিৰা ইবেক এহি মতে ॥
হেন প্ৰাণ কৃষ্ণ স্বামী।
নৈৰাশা ভৈলো হেঁা আমি ॥ ২৭৪ ॥
কৃষ্ণ হেন স্বামী পাই।
কোনে তেজে চক্ষু খাই ॥
শুনিয়োক সভাসদ।
গীত গোবিন্দৰ পদ ॥ ২৭৫ ॥

গীত চয় মনোৰম ।
অমৃত নুহিকে সম ॥
বোলে ৰামসৰস্বতী ।
তেজিয়োক আন মতি ॥ ২৭৬ ॥
ন কৰিবা আত লাজ ।
ৰাম বুলি সাধা কাজ ॥
সমাজৰ লোক সবে ।
ৰাম ৰাম বোলা এবে ॥ ২৭৭ ॥

---

পাদ ।

এহি মতে ৰাধা মনে দুখ কৰি আছে ।
সুকণ্ঠীক কৃষ্ণে উঠি মাতিলন্ত পাছে ॥
নিয়ো মোক প্ৰাণেশ্বৰী ৰাধিকাৰ পাশ ।
ৰাধাৰ বিৰহে মোৰ প্ৰাণ হোবে নাশ ॥২৭৮॥
হেন শুনি সুকণ্ঠীয়ে উঠিলা সত্বৰে ।
আগ ভৈলা সুকণ্ঠী পাছত দামোদৰে ॥
এইমতে যেনে তেনে ৰাত্ৰি ভৈলা ক্ষয় ।
ৰাধাক দেখিলা কৃষ্ণে প্ৰভাত সময় ॥ ২৭৯ ॥

ৰাধিকায়ো দূৰে দেখি মাধৱৰ গায়।
গোপিনী আলাপ চিহ্ন দেখিবাৰে পায় ॥
পুনু ৰোষ পাতিলা ৰাধিকা ক্রোধভাৰে।
অধোমুখে ৰহিলন্ত কৃষ্ণক না চাৱে ॥ ২৮০ ॥
মাধৱে দেখন্ত ৰাধিকাৰ ক্রোধ বৰ।
ভয়ে তান নওচৰ না চাপে দামোদৰ ॥
আনিলয় বচন বুলিলা দেৱ হৰি।
দণ্ডে যুগ যাই মোৰ তোমাক সুমৰি ॥ ২৮১ ॥
তুমি মোৰ গতিমতি তুমি মোৰ প্রাণ।
তুমি বিনে সংসাৰ বান্ধৱ নাহি আন ॥
কৰযোৰ কৰি কহো ন কৰিবা ভিন।
কাম সাগৰত বুয়ো চপাই মোক কিন ॥ ২৮২
তথাপি ক্রোধত ৰাধা নো তোলন্ত মাথ।
মহাভয়ে কাতৰ কৰন্ত জগন্নাথ ॥
দেখাইলন্ত কামাতুৰ পুৰুষৰ ভাৱে।
প্রণিপাতে নমিলা ৰাধাৰ দুই পাৱে ॥ ২৮৩ ॥
কৃষ্ণৰ কপালে ৰাধাৰ আলতা লাগিল।
দেখি দূতগণে সৱে বেড়িয়া হাঁসিল ॥
তথাপিতো ৰাধা নুবুলিলা প্রিয় বাক।
কৰযোৰ কৰি চাই ৰহিলা ৰাধাক ॥ ২৮৪ ॥

ৰূপক তালৰ ৰাগ ভৈৰৱ উত্তম।
শুনিয়োক ৰাগৰ লক্ষণ মনোৰম ॥
শ্যামবর্ণ দীর্ঘ কেশ ৰূপবতী কন্যা।
মৃদুতৰ কোমল বচন অতিধন্যা ॥ ২৮৫ ॥
পীতবস্ত্র মালাখণ্ড খোপাত শোভয়।
লোহিত চন্দন আতি দেহা প্রকাশয় ॥
প্রিয়া সঙ্গে মনোৰঙ্গে খেলে সখী মিলি।
ইসব লক্ষণে যে ভৈৰবী ৰাগ বুলি ॥ ২৮৬ ॥
ৰাধিকা বচন বোলে মাধৱক চাই।
ইতো ঘোৰ ৰজনী বঞ্চিলা যাৰ ঠাঁই ॥
ফিৰি যায়ো দামোদৰ সি জনীৰ পাশ।
আমাক মিছাতে কেনে কৰি আছো আশ ॥২৮৭॥
আটায়ে ৰজনী গোপী আলাপিলা সুখে।
তাম্রবর্ণ দুই চকু ওজাগৰ দুখে ॥
চক্ষুক চাহন্তে চিনি ভাল মন্দ লোক।
দেখিবে ন পাৰো আৰু অন্তৰ হয়োক ॥২৮৮॥
ভাল ঠাঁই মন্দ ঠাঁই জানিছো বিছাৰি।
জলৰ সোঁতত যেন সব থাকে পৰি ॥
সুতিবাৰ ভাল ঠাঁই নিচিলা জগতে।
ভাল নাৰী যি জনী চিনিবা কেন মতে ॥ ২৮৯ ॥

বিচাৰিয়া পায়া আছা নাৰী মনোৰম।
জগততে চঞ্চল নাহিকে লক্ষ্মী সম ॥
তোৰ ভাৰ্য্যা লক্ষ্মী ভৈলা জানে ত্ৰিভুবনে।
তাই ভিন্ন হুইবে হেন পতিয়াবে কোনে ॥২৯০॥
তাইৰ হেন লক্ষণ দেখিছে সুৰাসুৰ।
এতেক স্বভাবে দুয়ো নাৰী পুৰুষৰ ॥
ৰাধা বিনে জগতে নে দেখে আন লোক।
এনুয়া কপট বাক্য নু বুলিবা মোক ॥ ২৯১ ॥
ৰাত্ৰিৰ বিহাৰে হৰি আছিলা যি জনী।
সি জনিৰ পাশে চলি যায়োক আপুনি ॥
মাধৱে বোলন্ত ন কহিবা মোৰ দোষ।
ৰাত্ৰি গোট গোৱাইলোঁ কৰিয়া অসন্তোষ ॥২৯২
তোমাক না পাই ৰাত্ৰি গোৱাইলোঁ দুৰ্ঘোৰ।
সি কাৰণে ৰাতুল নয়ন দেখি মোৰ ॥
জানি আছোঁ আপুনি তুমি সে মোৰ প্ৰাণ।
সি কাৰণে বোলো ন কৰিবা অপমান ॥ ২৯৩ ॥
ৰাধিকা বোলন্ত কথা শুনিয়োক মোৰ।
মনুষ্য সে দেখিলে ধৰিবে পাৰে চোৰ ॥
যদি তুমি নৰমিলা গোপ কন্যাগণ।
গোপিনীৰ চক্ষুৰ কাজল বিতোপন ॥ ২৯৪ ॥

কি মতে লাগিছে প্ৰভো ! ওঠতে তোমাৰ ।
চুমা দিলা চক্ষুত জাগিলোঁ। তাসম্বাৰ ॥
হেন কামাতুৰ নৰ আছে কোন জন ।
মুখ এৰি চক্ষুত কৰি আছে চুম্বন ॥ ২৯৫ ॥
মাধৱে বোলন্ত ক্ৰোধ ন কৰিৱা মনে ।
শুনিয়ো ওঠৰ কাজল যি কাৰণে ॥
আপোনাৰ চক্ষুৰ কাজল নিৰন্তৰ ।
তোমাক না পাই মই কান্দিলো বিস্তৰ ॥২৯৬॥
লোতকৰ বেগে আসি পৰিলা ওঠত ।
চক্ষুমল লাগিলেক পীত বসনত ॥
ওঠৰ কাজল দেখা সেহি সে কাৰণে ।
এতেক অৱস্থা মোৰ তোমাৰ নিদানে ॥ ২৯৭ ॥
আকে জানি খঙ্গ মোক ন কৰিবা ৰায় ।
মৰা যেন মাতো মই তোমাক ডৰায় ॥
ৰাধিকা বোলন্ত কৃষ্ণ না মাতিবা মোক ।
কথাক কহন্তে জানে ভাল মন্দ লোক ॥২৯৮
গোপিনীৰ খুৰ নখ হৃদয়ত পায় ।
সাঞ্চ বান্ধি আছে আছোৰৰ ঠায়ে ঠায় ॥
চক্ষুৰ অঞ্জনে ওঠ কলা আছে পৰি ।
হৃদয়ত আছোৰ লাগিল কেনে কৰি ॥ ২৯৯ ॥

কাম বন্ধে ধৰন্তে গোপীৰ নখ ৰৰ।
শৰীৰ আঞ্চোৰ লাগিছে নিৰন্তৰ॥
ফুটো ফুটো কৰে যেন সমস্ত গাৱত।
সুবৰ্ণৰ ৰেখা যেন কষটি শিলত॥ ৩০০ ॥
গোপিনী আলাপ যদি ন কৰিলা হৰি।
তেবে গাৱে আঞ্চোৰ হৈলেক কেন কৰি॥
মাধৱে বোলন্ত ৰাধা শুনা মোৰ বাক।
কুঞ্জবনে বিচাৰিয়া ফুৰিলোঁ তোমাক॥৩০১॥
কণ্টকৰ মাঝে বিচাৰিলোঁ থানে থানে।
শৰীৰত আচোৰ লাগিল সি কাৰণে॥
বলত বিচাৰি দুঃখ পাইলোঁ যত লাগে।
আমাৰ অবস্থা আৰ পুচিবে না লাগে॥ ৩০২॥
আজি সমন্ধে নতু দেখো গোপী লোক।
বিনা দোষে অকাৰণে নিন্দা কৰা মোক॥
ৰাধিকা বোলন্ত মিছা কথা শুনি মৰো।
দুৰ্জনৰ সঙ্গে আৰ থাকিবে নোৱাৰো॥৩০৩॥
গোপীনীৰ ভৰিৰ আলতা যত মানে।
হৃদয়ত তোমাৰ লাগিছে কি কাৰণে॥
ভাণ্ডিবে না লাগে কথা চিনি লোঁ দেখন্তে।
ক্রৌঞ্চ বান্ধ ধৰিছিলা গোপীক ৰমন্তে॥ ৩০৪॥

পিঠিৰ ভাগে হস্ত পুৰুষ কোলে শিৰ।
আপোনাৰ হৃদয়ত চৰণ গোপীৰ ॥
এহি মতে ক্ৰৌঞ্চ বন্ধ ধৰন্তে সতত।
গোপিনীৰ আলতা লাগিছে হৃদয়ত ॥ ৩০৫ ॥
যদি নতু পোৰা দেখিবাক গোপনাৰী।
তেবে কেনে গাৱত যে আলতাৰ সাৰি ॥
মাধৱে বোলন্ত কথা শুনিয়ো শ্ৰবণে।
পৰিহাঁস কৰিলেক গোপ কন্যাগণে ॥ ৩০৬ ॥
গোধুলিকা বসি আছো তলে কদম্বৰ।
চিটা মাৰিলেক মোক ৰক্ত চন্দনৰ ॥
অকাৰণে মোক দোষ নিদিবা নাজানি।
তাসম্বাত ইতো কথা পুছিবা আপুনি ॥ ৩০৭
ৰাধিকা বোলন্ত কথা শুনি লাগে ডৰ।
জানিলোঁ পুৰুষ মিচা বোলয় বিস্তৰ ॥
চুম্বিতে কামোৰ দিলা গোপকন্যা গণ।
দুয়ো গালে সাঞ্চ বান্ধিআছে থানে থান ॥ ৩০৮
দশনৰ কামোৰে তোমাৰ গালে ঘাৱ।
গোপীৰ কৰ্ম্মক দেখি মোৰ পোৰে গাৱ ॥
তযু গাৱে ঘাৱ ভৈলা দুখ মোৰ বৰ।
ৰাধা কৃষ্ণ একে বুলি জানে নিৰন্তৰ ॥ ৩০৯ ॥

সি কাৰণে তোমাৰ দুখত গাৱ পোৰে।
দেখিবে নপাৰো এবে গুছিয়ো সত্বৰে ॥
জানা যদি ভাল হোৱে গোপ কন্যা গণ।
চুম্বন্তে কামৰ তেৱে খাইলা কি কাৰণ ॥৩১০॥
হেন শুনি উত্তৰ নিদিলা দামোদৰ।
ৰাধিকাৰ অধিক জ্বলিলা ক্ৰোধবৰ ॥
নিৰাশা কৰিয়া ৰাধা ভৰ্চ্চিলা অনেক।
নিদাৰুণ বুলি তুমি জানিলোঁ প্ৰত্যেক ॥ ৩১১ ॥
তযু অৰ্থে আশা কৰি পৰি আছো বনে।
আশা দিয়া আমাক বঞ্চিলা কোন থানে ॥
এতেকে বুঝিলো তযু মন সিকাৰণ।
বাহিৰো কলিয়া ভিতৰো কাল বৰণ ॥ ৩১২ ॥
সি কাৰণে তুমি সমে নকৰিবো মিত্ৰ।
বালক কালৰ তযু শুনিছো চৰিত্ৰ ॥
গোকুলে জন্মিলা তুমি সুকুমাৰ আতি।
শুনি নাৰী গণে গৈয়া চাহে দিনে ৰাতি ॥৩১৩
কংশৰ ভগিনী নাৰী পুতনা সুশীলা।
তেহোঁ ৰঙ্গে গোকুলত চাহিবে আসিলা ॥
ঘৰত আচাহা তুমি শয্যাত ঘুমাই।
কংসৰ ভগিনী তাতে দেখিলন্ত যাই ॥ ৩১৪ ॥

পৰম স্নেহত দেখি শিশুৰ লক্ষণ।
আথে ৰেথে তোমাৰ মুখত দিলা স্তন ॥
হৃদয় কোমল নাৰী পৰম সুঠান।
না জানিলা তোমাৰ কপট হেন ঠান ॥ ৩১৫ ।
তুমি যেন তাইক গতি দিলা যথোচিত।
স্তনক চুম্পিলা তাইৰ প্ৰাণ সমন্বিত।
দায়া সুপজিল তযু পুতনাৰ হন্তে।
নাৰী থাইবে আৰম্ভিলা সেই দিলা হন্তে ॥৩১৬॥
সি কাৰণে বিশ্বাস নকৰো মই আৰ।
নাৰীৰ সম্বন্ধে তুমি ৰাক্ষস আকাৰ ॥
তযু হন্তে তিয়াগিলোঁ পতি পুত্ৰ ঘৰ।
এবে আন নাৰী পাই আমি ভৈল পৰ ॥৩১৭॥
সতিনীক দেখন্তে মৰণ মোৰ ভাল।
ফিৰি যাও তোমাক নামাতো একো কাল ॥
এহি বুলি ৰাধিকা কৃষ্ণৰ এৰি আশ।
সলোতক নেত্ৰে মুখ কৰিলন্ত পাশ ॥ ৩১৮ ॥
মাধৱৰ লাজে ভয়ে বিষণ্ণ বদন।
সুকণ্ঠীৰ মুখক চাহন্তে ঘনে ঘন ॥
আগ যাচি জিজ্ঞাসিয়ো মৃদোত্তৰ বাক।
অনন্তৰে সুকণ্ঠীয়ো বুলিলা ৰাধাক ॥ ৩১৯ ॥

শুনা ৰাধা অসন্তোষ কৰা অকাৰণে।
কৃষ্ণক এৰিছা সতিনীৰ দোষে কেনে ॥
ধৃতি পুষ্টি আদি কৰি মহা বিদ্যাগণ।
কৃষ্ণক ভজিছে সবে এৰি আন মন ॥ ৩২০ ॥
যজ্ঞ ব্ৰত তপ ফল তিয়াগি ভজিলা।
তাসম্বায়ো সতিনীৰ দোষ নাজানিলা ॥
ত্ৰিভুৱন মাতা লক্ষ্মী সমুদ্ৰ দুহিতৃ।
দেৱাসুৰ গণে বাঞ্ছিলেক চতুৰ্ভিতি ॥৩২১ ॥
সবাক তেজিয়া আসি হৰিক ভজিলা।
তেঁহো কিবা সতিনীৰ দোষ না জানিলা ॥
মহারূপৱতী অতি সৰস্বতী মায়।
বাক্য রূপে থাকে জগতকে প্ৰবৰ্ত্তায় ॥৩২২॥
ত্ৰিভুবনে বৰ বাচি কৃষ্ণক ভজিলা।
তেঁহো কিবা সতিনীৰ দোষ না জানিলা ॥
দেখা কেনে ভাৱে সঙ্গি গোপ কন্যা যত।
মাধৱক ভজি পুৰিলেক মনোৰথ ॥ ৩২৩ ॥
তুমি মাত্ৰ কিবা কাৰ্য্যে পাৱা বহু কষ্ট।
অকাৰণে আপোন আনন্দ কৰা নষ্ট ॥
শুকপক্ষীৰ বাক্য শুনি, আনন্দ অপাৰ।
তেতিক্ষণে মিলিলেক সুজন ৰাধাৰ ॥ ৩২৪ ॥

সতিনীৰ দোষ এৰি জানি হিত সাৰ।
আগ বাঢ়ি কৃষ্ণক কৰিলা নমস্কাৰ ॥
মাধৱেও সাদৰে তুলিলা দুয়ো হাতে।
পৰম আনন্দে আতি ভৈলা জগন্নাথে ॥ ৩২৫ ॥
ৰত্নাৱলী দুতীক সাদৰি ৰাধা ৰায়।
পুষ্পৰ গৃহত ৰাধা প্ৰবেশিলা যায় ॥
ঐকে আহা বুলি ৰাধা মাতিলা সাদৰি।
হেন শুনি মহা ৰঙ্গে চলিনন্ত হৰি ॥ ৩২৬ ॥
হেন দেখি ৰত্নাৱলী পথ ঢাকি বোলে।
তুমি চলি যাৱা প্ৰভো ৰাধিকাৰ কোলে ॥
জগত ঈশ্বৰী ৰাধা ভগৱতী আই।
তান সঙ্গ পাইবা দান পুণ্য কিছু নাই ॥৩২৭॥
প্ৰকৃতি গোশানী এহোঁ জানা সত্য বাক।
তান পাশে নিবো তেবে কিদিবা আমাক ॥
হেন শুনি সংকুচি ৰহিলা নাৰায়ণে।
সুকণ্ঠীৰ মুখক চাহন্ত ঘনে ঘনে ॥ ৩২৮ ॥
বিঘ্নিত বিঘিনি মিলে অনৰ্থৰ মূল।
হেন শুনি সুকণ্ঠী বদতি অনুকুল ॥
সুকণ্ঠী বেলান্ত শুনা ৰত্নাৱলী সখি।
হাঁসি উঠে তোমাৰ এনুৱা কৰ্ম্ম দেখি ॥ ৩২৯ ॥

সবাৰে ঈশ্বৰ কৃষ্ণ জগতৰে স্বামী।
কত পুণ্য বলে পাই আছো তুমি আমি ॥
তাহাতক ভজিলে আন দান পুণ্য লাগে।
ধিক ধিক ইতো কথা শুনিতে নালাগে ॥ ৩৩০ ॥
ৰত্নাৱলী বোলে সখি শুনিয়ো উত্তৰ।
বাধিকাত কৰি আন আছে কোন বৰ ॥
চৰাচৰ উৎপত্তি ব্ৰহ্মাণ্ড যাঁৰ কাম।
তিনি গুণ ময় যে প্ৰকৃতি যাঁৰ নাম ॥ ৩৩১ ॥
সত্ব গুণে দেৱ ৰজ তম গুণে নৰ।
উত্তম অধম গুণে যত চৰাচৰ ॥
অন্তকালে জগতক উদৰত কৰি।
থাকন্ত আপনি নিজ সৃষ্টিক সংহৰি ॥ ৩৩২ ॥
অনাদি গোপিনী দেবী চৰাচৰ বশ্য।
ইন্দ্ৰ আদি দিগ পাল ব্ৰহ্মাৰ নমস্য ॥
এতেকে গুনিয়া দেখা এন্তে কোন বৰ।
হেন শুনি সুকণ্ঠীয়ে দিলন্ত উত্তৰ ॥ ৩৩৩ ॥
তোৰ দেবী গুণে তিনি ভুবন ঈশ্বৰ।
তান আজ্ঞা পালি সৃজে যত চৰাচৰ ॥
প্ৰলয়ত বিশ্বখান যাহাঁৰ অধীন।
অল্পে সে অন্তৰ মাধৱত যায় লীন ॥ ৩৩৪ ॥

যি জন সকামী প্ৰকৃতিৰ গুণময় ।
নিস্কামী সে ভগৱত ধৰ্ম্মক জানয় ॥
আশা সমুদ্ৰেত মগ্ন প্ৰকৃতিৰ গুণে ।
সি জনে কৃষ্ণৰ সেৱা জানিব কেমনে ॥ ৩৩৫ ॥
তৃণ সম কৰি তেজে ইন্দ্ৰৰ সম্পত্তি ।
যি জনৰ কৃষ্ণত একান্ত ভৈলা মতি ॥
কৃষ্ণৰ চৰণে যদি নকৰে নিশ্চয় ।
নিজ থানে ব্ৰহ্মাৰ নুগুছে কাল ভয় ॥ ৩৩৬ ॥
ৰত্নাৱলী জানা সখী নাই কিছো ভিন ।
প্ৰকৃতি পুৰুষ দুয়োৰো জগত অধীন ॥
তেঁও বিদ্যা শক্তি এঁও ভগৱন্ত সাৰ ।
মহাযোগী গণে যাক কৰিছে বিচাৰ ॥ ৩৩৭ ॥
কৃষ্ণেসে ঈশ্বৰ এঁও জগৎ ঈশ্বৰী ।
অকাৰণে দুয়ো সখী মৰো দন্দ কৰি ॥
হেন শুনি কৃষ্ণৰ মনত ভৈলা সাস ।
লাহে লাহে চলি গৈলা ৰাধিকাৰ পাশ ॥ ৩৩৮ ॥
কতো দূৰ যান্তে আনন্দৰ পৰি নাই ।
ৰত্নাৱলী বাট ভেণ্টি ৰাখিলা দুনাই ॥
কলৈ যোৱা প্ৰভো তুমি কহিয়ো আমাত ॥
গোপিনী আলাপ চিহ্ন সকলে গাৱত ॥ ৩৩৯ ॥

এহি মতে চলিবাহা নকৰিবা স্নান।
তোমাৰ সমান প্ৰভো নাহিক টেণ্টন ॥
ধিক ধিক পৰৰ এৰাক খাইবে লাগে।
ঢপলা পিটিয়া কহে গোবিন্দৰ আগে ॥ ৩৪০ ।
নিৰুত্তৰ কৃষ্ণ স্থকণ্ঠীৰ মুখ চাই।
দেখাইলন্ত কামাতুৰ জনৰ বিনাই ॥
কামাতুৰ ভৈলে তাৰ নাই লাজ ডৰ।
যেই ষোলে তাকে কৰে পোষণ বানৰ ॥৩৪১॥
ৰাত্ৰি দিনে কামিনীৰ পালি থাকে আশ।
স্ত্ৰীভৈলা ৰাজা কামাতুৰ ভৈলা দাস ॥
জগত ঈশ্বৰ কৃষ্ণ দেখায়া বিপত্তি।
কৰ জোৰ স্থকণ্ঠীয়ে কৰন্ত কাকুতি ॥ ৩৪২ ॥
স্থকণ্ঠীয়ো কিছো নপাৰিলা বুলিবাক।
ৰত্নাৱলী কৃষ্ণক নিলন্ত যমুনাক ॥
কৃষ্ণয়ো জলত গৈয়া নাম হেন দেখি।
অষ্টোত্তৰ শত বুৰ দিয়াইলন্ত লেখি ॥ ৩৪৩ ॥
দিব্য বস্ত্ৰে ভূষিত কৰাইলা মাধৱক।
লৈয়া গৈলা ৰত্নাবলী ৰাধাৰ পাশক ॥
নিকুঞ্জ মন্দিৰে প্ৰবেশিলা দেৱহৰি।
দেখি ৰাধা গোশালী উঠিলা আগ বাঢ়ি ॥২৪৪॥

আগ বাঢ়ি পুষ্পৰ শয্যাক দিলা পাৰি।
দেখি ৰত্নাৱলী পখালিলা দুই ভৰি ॥
ধ্বজ বজ্র আছে যাত অঙ্কুশ কমল।
ৰত্নাৱলী ঢালিলা শিৰত সেই জল ॥ ৩৪৫ ॥
যাঁহাকে ধিয়ান্ত হৰে খুজিয়া না পান্ত।
যোগীগণে মহা তপ কৰি যাক চান্ত ॥
হেন জল ৰত্নাবলী শিৰত ঢালিলা।
আপোনাৰ জন্ম সিতো সাঁফল কৰিলা ॥৩৪৬॥
ৰাধা মাধৱক দুয়োকো কৰি একে ঠায়।
ধুপ দীপ তাম্বূল জল আগ বহায় ॥
দ্বাৰ বান্ধি বাজ ভৈলা লোকক নিবাৰি।
সুকণ্ঠীয়ে দেখাইলন্ত সৱাক অন্তৰী ॥ ৩৪৭ ॥
আনো সখী সব গৈলা কৃষ্ণক সুমৰি।
মনোৰথ ৰাধাৰ পুৰন্ত দেৱ হৰি ॥
ৰাধাদেৱী অমৃত সাগৰে দিলা বুৰ।
প্রেমৰসে আপোনাকে ভুঞ্জাই প্রচুৰ ॥ ৩৪৮ ॥
যাক দেখি দেৱতা গণৰ ভোল মতি।
চন্দ্রে পাশৰিলা আপোনাৰ গতি ॥
মহাদীর্ঘ ৰজনী ভৈলেক সি কাৰণে।
জগতৰ কৌতুক মিলিলে বৃন্দাবনে ॥ ৩৪৯ ॥

এহি মতে মাধৱ আচন্ত ৰঙ্গে তথা।
শুনিয়োক সভাসদ গোপিনীৰ কথা ॥
কৃষ্ণক নেদেখি তাৰা অসন্তোষ মনে।
এৰিলেক মন দুখে ক্রীড়াক তেখনে ॥ ৩৫০ ॥
কৃষ্ণক বিচাৰি তাৰা না পাইলেক তথা।
ৰাধাৰ সখীত সবে মাতি পোছে কথা ॥
ৰাধিকাৰ সতিনী শুনিয়ো চন্দ্ৰা ৰায়।
কোন খানে গৈয়া আছে মাধৱ গোসাঁয়॥৩৫১॥
দেখিলে কৃষ্ণক জীত নেদেখিলে মৰি।
কোন থানে গৈয়া আছে কোন নিলে হৰি ॥
সবাকে বঞ্চিয়া দুৰাচাৰি কোন নাৰী।
আমাৰ জীৱন ধন কোলে নিলা কাঢ়ি ॥ ৩৫২ ॥
হেন শুনি ৰাধাৰ সতিনী কথা কহে।
আকুল নহেবা তোৰা কৃষ্ণৰ বিৰহে ॥
ৰাধিকা সখীৰ থানে আছে দামোদৰ।
নিকুঞ্জ মন্দিৰে ৰাধা সমে একেন্তৰ ॥ ৩৫৩ ॥
সুকণ্ঠী সহিতে আমি আছিলোঁ সি ঠাই।
ৰত্নাৱলী আমাকে খেদাইলা অন্তৰাই ॥
হেন শুনি গোপীগণ ৰঙ্গ ভৈলা বৰ।
কৃষ্ণক বিচাৰোঁ বুলি ভৈলক অন্তৰ ॥ ৩৫৪ ॥

ইঠাৱত প্ৰভো, থাকিতে নপাৰি,
জানো আসি খেদি পায় ।
সবাকো নিৰোধি, এহি কৰা বুধি,
নিয়ো মোক পলুৱায় ॥ ৩৬৪॥
কাকো নাই শোক, নেৰিবাহা মোক,
নিয়োক সি থানে পাৰা ।
তোমাৰ বিৰহে, শৰীৰ নৰহে,
এৰিলে ক্ষেণেকে মৰা ॥ ৩৬৫ ॥

—০—

## ছবী ।

শুনিয়া তেখনে হৰি, পলাইবাক মনে কৰি
ৰাধিকাক ধৰিলন্ত হাতে ।
ৰাধিকাক কৰিআগ, কাহাকো নেদন্তলাগ,
পলাইবে লাগিলা জগন্নাথে ॥ ৩৬৬ ॥
কৃষ্ণক মাতন্ত ৰাধা, গোপীগণে কৰে বাধা,
তোমাৰ অনঙ্গ ৰস সঙ্গ ।
জানিয়াছো গোপীকায়ে, মোকফুৰে বিচাৰিয়ে,
সি কাৰণে মোৰ উঠে খঙ্গ ॥ ৩৬৭ ॥

নিলাজী গোপিনী লোক,যিথানে না পাৰে মোক,
সেই থানে নিবা মোক হৰি।
তাতে থাকো যদুৰাজ, ঘৰত নাহিকে কাজ,
তুমি আমি থাকো ক্ৰীড়া কৰি॥ ৩৬৮॥
কৃষ্ণে বোলে প্ৰাণেশ্বৰী, নাযাইবো তোমাক এৰি,
তুমি সে মোৰ প্ৰাণৰ সৰি।
তোমাক গলত বান্ধি, ফুৰিবো বলৰ সান্ধি,
গৃহত অধিক ৰঙ্গ কৰি॥ ৩৬৯॥
এহি বুলি দেৱ হৰি, ৰাধাক সাবটী ধৰি,
মুখে মুখে দিলন্ত চুম্বন।
ৰাধিকাৰ মুখ চাই, বোলন্ত শুনিয়ো ৰাই,
তুমি মোৰ নীজ প্ৰাণ ধন॥৩৭০॥
কতো মুখে চুমা দেও, বদন খুলিয়া চাও,
আনন্দেতে নৰহে জীৱন।
মাধৱৰ দেখি ভাৱ, ৰাধাৰ উল্লাস গাৱ,
মোৰ সমধন্যা নাহি আন॥ ৩৭১॥
মোত পৰে মাধৱৰ, সুভাগিনা নাহি আৰ,
ময়ী সে কৃষ্ণৰ প্ৰিয়া সাৰ।
এই দৰ্পে উল্লাসিত, কৃষ্ণক কটাক্ষ চান্ত,
মাতিলেয়ো নামাতন্ত আৰ॥ ৩৭২॥

দেশ যুৰি ৰোষ কৰি, হেনয় দেখিয়া হৰি,
হাত জোৰে কৰন্ত কাতৰ।
কোলে সাবটিয়া আনি, কতো কহে স্তুতিণী বাণী
এই মতে যান্ত দামোদৰ ॥ ৩৭৩ ॥
গোপীগণে দেখি যায়, নিকুঞ্জ মন্দিৰে পায়,
ৰাধা মাধৱৰ সিতো থান।
লভিলেক শোক আতি, ইটে সিটে কহে মাতি,
ইয়াতে আছিলা কৃষ্ণ প্ৰাণ ॥ ৩৭৪ ॥
বঞ্চিয়া আমাৰি মধু, আতে আনি ব্ৰজ বধূ,
ভুঞ্জিলেক মনে ৰঙ্গ কৰি।
এহি বুলি গোপী লোক, দেখি যায় কৰিশোক,
তাইসে আমাৰ প্ৰাণ বৈৰী ॥ ৩৭৫ ॥
এহিমতে দেৱহৰি, ৰাধিকাক আগ কৰি
কত দূৰ যদি চলি যান্ত।
কায় কষ্টে অসন্তোষ, কৃষ্ণত কৰিয়া ৰোষ,
ৰাধিকায়ো বসিয়া থাকন্ত ॥ ৩৭৬ ॥
হেন দেখি হাতে ধৰি, কতেৰ কৰন্ত হৰি,
কি ভৈলা কহিয়ো প্ৰাণেশ্বৰী।
ৰাধিকাৰ বৰ শোক, বোলে নামাতিবা মোক,
নিদাৰুণ নাই তজু সৰি ॥ ৩৭৭ ॥

সেই থানে ৰোষ কৰি, বহে ৰাধা প্ৰাণেশ্বৰী,
বোলে তজু সঙ্গে কাৰ্য্য নাই।
পাথ হাণ্টি পালোঁ দুখ, দুখ এৰি কৰোঁ সুখ,
প্ৰফুল্ল পুষ্প বনে জিয়াই ॥ ৩৮৩ ॥
হেন পুৰুষৰ সঙ্গ, চলিতে নাহিকে ৰঙ্গ,
নাৰীক অকলে এৰি যাই।
এৰিয়া পলোৱা সোক, কিহেলো খেদে তোমাক,
নাৰীক ডৰিবে শঙ্কা নাই ॥ ৩৮৪ ॥
ফিৰি আহি দেৱ হৰি, কাতৰ কৰন্ত ধৰি,
প্ৰাণেশ্বৰী এৰিয়োক ৰোষ।
তোমাৰ চৰণ সিদ্ধি, শিৰৰ ভূষণ নিধি,
ধৰি যাঁও হয়োক সন্তোষ ॥ ৩৮৫ ॥
প্ৰাণেশ্বৰী জুৰ হয়ো, অমৃত নয়নে চায়ো,
কৰ জোৰে কহোঁ বাৰম্বাৰ।
ভকত বৎসল হৰি, দেখাইলন্ত লীলা কৰি
কামাতুৰ জনৰ নিকাৰ ॥ ৩৮৬ ॥
শুনিয়োক সভাসদ, গীত গোবিন্দৰ পদ,
শ্ৰবণত ভুকুতি মুকুতি।
যিতো জনে এক মনে, ৰাম কৃষ্ণ বোলে ঘনে
হৈবে তাৰ পদ বৈকুণ্ঠত স্থিতি ॥ ৩৮৭ ॥

আগ হোৱা ভাঙ্গো বন, দেখা মোৰ দুখমান,
মোকে সে জীৱন্তা বোলে লোকে।
আণ্টিল মোহৰ দুখে, পথ ভাঙ্গে নাৰী লোকে,
নামাতিবা আউৰ তুমি মোকে ॥ ৩৭৮ ॥
বন ভাঙ্গি মৰো আমি, পাছে পাছে যোৱা তুমি,
এনুয়া পুৰুষ নতু দেখি।
মাধৱে বোলন্ত হেৰা, ইতো শোক পৰিহৰা,
আসি বন ভাঙ্গো প্ৰাণ সখী ॥ ৩৭৯ ॥
তুমি গতি মতি প্ৰাণ, তুমি বিনে নাই আন,
কিঞ্চিতেকো মোৰ নাই হেলা।
গোপীগণে আসে খেদি, দুৰ্গম বনক ভেদি,
ৰোষ কৰিবাৰ নোহে বেলা ॥ ৩৮০ ॥
এহি বুলি দেৱহৰি, অনেক কাতৰ কৰি,
বন ভাঙ্গি যান্ত দামোদৰ।
বন ভাঙ্গি যদুৰায়, ৰাধিকা পাছত ধায়,
কুঞ্জবন পাইলা মনোহৰ ॥ ৩৮১ ॥
যথা মল্লিকা মালতি, শিৰীষ জুতি শেৱতি,
গোলাব বকুল নাগেশ্বৰ।
পাৰিজাত গুটিমালি, টগৰ চম্পা খেয়ালি,
ফুলিয়াছে কদম্ব বিস্তৰ ॥ ৩৮২ ॥

# পদ ।

---

এহি মতে কৃষ্ণে ৰাধিকাক কৰে শান্ত ।
অনন্তৰ মাধৱক ৰাধিকা বোলন্ত ॥
কণ্টকত হাণ্ঠীতে নপাৰো আৰুময়ী ।
যেই লাগে কৰা প্ৰভো কহিলোঁ নিশ্চয়ী ॥ ৩৮৮॥
ৰাধিকাৰ মন বুঝি কৰিয়া বিগলতি ।
মাধৱে বোলন্ত উঠা দেঁউকান্ধ পাতি ॥
স্ত্ৰীৰো দুৰ্জ্জয় ভাৱ শুনা সৰ্ব্বজন ।
ৰাধিকায়ো সাজ ভৈলা উঠিবাক মন ॥ ৩৮৯ ॥
বস্ত্ৰ কাছি পাৱ তুলি উঠিবাক যাই ।
অন্তৰ্দ্ধান ভৈলা কৃষ্ণ নেদেখে তুনাই ॥
আগতে নেদেখি কৃষ্ণ ৰাধিকাৰ শোক ।
সেই বেলা খেদি আহি পাইলে গোপীলোক ৩৯০
সবে গোপী এক হুইয়া কৃষ্ণক বিচাৰি ।
একো মতে নাপাইলা ফিৰিলা আশা এৰি ॥
যমুনা তীৰত বহি কৰিলা কীৰ্ত্তন ।
সিথানে কৃষ্ণক দেখা পাইলা গোপীগণ ॥৩৯১॥

গোপীগণে পাইলা আছি কৃষ্ণৰ সঙ্গতি ।
এহিমানে জয়দেৱ ভৈলা সমাপতি ॥
শুনিয়োক সভাসদ এৰি আন কাম ।
কহে ৰাম সৰস্বতী বোলা ৰাম ৰাম ॥ ৩৯২ ॥

ইতি শ্রীশ্রীৰাম সৰস্বতী কৃত গীতগোবিন্দ পদ
সমাপ্ত ।



*Printed By Naba Coomar Busu, At Naba Sarasvat
Press 84 Raja Raghunath's Street.*